# বসন্ত উৎসৱ আৰু অসমৰ বিভিন্ন জনগোষ্ঠীৰ লোকনৃত্য

ডক্টৰ নবীন চন্দ্ৰ শৰ্মা
সংকলিত আৰু সম্পাদিত
লোকসংস্কৃতি গৱেষণা বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়



সদৌ অসম নবীন লেখক-লেখিকা আৰু শিল্পী সমিতি

**Basanta Utsava Āru Axamar Bibhinna Janagoṣṭhir Lokanṛtya :** A collection of a few **Essays on the Springtime festivals** and folk-dances performed **by both the Tribals and the non-Tribals of Assam,** written **by specialised Scholars, compiled and edited by** Dr. Nabin Chandra Sarma, **M. A.** Ph.D., Reader, Department of Folklore Research, Gauhati University, Guwahati-14 and Published by Santiranjan Dey, M/s. Bina Library, Guwahati-781001, on behalf of the All Assam New Writers' and Artists' Association, Guwahati-781014, 1993, Price Rs. 50.00 only.

---

প্ৰকাশক :
শ্ৰীশান্তিৰঞ্জন দে
বীণা লাইব্ৰেৰী
কটন হোষ্টেল ৰোড, গুৱাহাটী-৭৮১০০১

প্ৰথম প্ৰকাশ :
১৯৯৩

সদৌ অসম নবীন লেখক-লেখিকা আৰু শিল্পী সমিতি

মূল্য : পঞ্চাশ টকা

প্ৰচ্ছদ পট :
শ্ৰীসমীৰ তাঁতী

মুদ্ৰাকৰ :
পূৰ্বদেশ মুদ্ৰণ
বিহাবাৰী
গুৱাহাটী-৭৮১০০৮

# উছৰ্গা

সংস্কৃতিপ্ৰেমী ৰাইজৰ কৰকমলত
শ্ৰদ্ধা আৰু ভক্তিৰে ।

# চিত্ৰ-সূচী

# অৱতৰণিকা

অসমৰ সমাজ-জীৱন বৈচিত্র্যময়, বৈচিত্র্যময় অসমৰ সংস্কৃতি। বিভিন্ন জাতি-জনজাতিৰ তাৎপৰ্য্যপূৰ্ণ সমাহৰণ প্ৰক্ৰিয়াত জন্ম অসমৰ সমাজ আৰু সংস্কৃতিৰ। অসমৰ জনজাতিসকলৰ ভিতৰত বৰো, মিচিং, কাৰ্বি, ৰাভা, তিৱা, ডিমাছা, দেউৰী, সোণোৱাল কছাৰী, তাই-বৌদ্ধ, চাহ জনজাতি আদিয়েই প্ৰধান। ভাৰতীয় সমাজৰ দৰে অসমীয়া সমাজো সংমিশ্ৰিত সমাজ (Composite Society)। অসমৰ ভৌগোলিক সীমাৰেখাৰ মাজত বসবাস কৰি থকা জনজাতীয় লোকসকলে অসমীয়া সমাজ আৰু সংস্কৃতিক প্ৰদান কৰিছে এক বৰ্ণাঢ্য ৰূপ। এই জনজাতীয় লোকসকলৰ বহু ৰঙী সাংস্কৃতিক অৱদানে অসমীয়া সংস্কৃতিক সমন্বয়ৰ সংস্কৃতিৰূপে আত্মপ্ৰকাশ কৰোৱাৰ অনুষংগত তাৎপৰ্য্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। অসমীয়া তথা ভাৰতীয় জীৱন-পদ্ধতিত পৰিপূৰ্ণতা প্ৰদান কৰাৰ ক্ষেত্ৰত জনজাতীয় লোকৰ অথবা আদিবাসীসকলৰ সাংস্কৃতিক অৱদানৰ গভীৰতা আৰু ব্যাপকতা স্বীকাৰ কৰিবই লাগিব। সমন্বিত অসমীয়া সংস্কৃতিৰ মৌলিক স্তৰত জনজাতীয় লোকসকলৰ সাংস্কৃতিক সমলৰ গুৰুত্বপূৰ্ণ ভূমিকা লক্ষ্য কৰিব পাৰি। অসমৰ অনুষংগত ক'ব পাৰি যে, ভাৰতৰ আন আন অঞ্চলত পৰিদৃষ্ট হোৱাৰ নিচিনাকৈ ইয়াত জনজাতি আৰু জাতিৰ মাজত প্ৰায়ে পাৰ্থক্য দেখা নাযায়। জনজাতীয়সকলৰ পৰা শৰণীয়া হৈ হিন্দু হোৱা লোকেই অজনজাতীয় ভাৰতীয় তথা অসমীয়া সমাজৰ মূল ভিত্তি। আমাৰ এই প্ৰমেয়ৰ অনুকূলে ড° প্ৰফুল্লদত্ত গোস্বামীৰ এটি উক্তি উল্লেখ কৰিব পাৰি: 'The so called tribes are not exactly tight self contained communities, converts from

them have formed the basis of the Assamese People.'[১]

ভাৰতীয় সমাজৰ দৰে অসমীয়া সমাজতো জাতি আৰু জনজাতিৰ মাজত সাংস্কৃতিক অবিচ্ছেদ্যতা অথবা নিৰন্তৰতা (caste tribe continuum) অবিচ্ছিন্নভাৱে প্ৰৱহমান। জনজাতিৰ পৰা শৰণীয়া প্ৰক্ৰিয়াৰে জাতি-স্তৰলৈ সমুন্নতি লাভ কৰা লোকৰ সমাজত জাতি আৰু জনজাতি উভয়ৰে সাংস্কৃতিক সমলৰ সহ-অৱস্থান লক্ষ্য কৰা যায়। তেনেদৰে জাতিৰ সাংস্কৃতিক বৈশিষ্ট্যৰ মাজতো জনজাতিৰ সাংস্কৃতিক সমলৰ অৰ্থপূৰ্ণ ভূমিকা অস্বীকাৰ কৰিব নোৱাৰি। বিচাৰ্য্য বিষয় অধ্যয়নৰ (case-study) জৰিয়তে দেখা গৈছে যে, শৰণীয়া প্ৰক্ৰিয়াৰে জাতিৰ শাৰীলৈ উঠা লোকে বিষ্ণু বা বাসুদেৱ পূজা কৰে বৈদিক পদ্ধতিৰে আৰু বুঢ়াগোসাঁই-শিৱ-মহাদেউৰ পূজা কৰে জনজাতীয় পদ্ধতিৰে।

অকল বৰ্ত্তমান অসমৰ জাতি আৰু জনজাতীয়সকলৰেই নহয় সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ সাতোখন ৰাজ্যৰ জাতি আৰু জনজাতীয়সকলৰ সংযোগী ভাষা বৰ্ত্তমানো অসমীয়া। অৰুণাচলৰ বিভিন্ন জনজাতীয় লোকৰ সংযোগী ভাষাৰূপে অসমীয়া ভাষাই আত্মপ্ৰকাশ কৰিছে নেফামিজিম ৰূপত। তেনেদৰে অসমীয়া ভাষাই নাগামিজিম ৰূপত নগাভূমিৰ বিভিন্ন জনজাতীয় গোষ্ঠীৰ সংযোগীভাষাৰ প্ৰকাৰ্য্য সাধন কৰি আহিছে। খাচি, জয়ন্তীয়া, গাৰো, মিচিং, ডিমাচা, বৰো আদি নৃ-গোষ্ঠীৰো পাৰস্পৰিক সংযোগী ভাষাৰ উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে অসমীয়া ভাষাই। আনকি বৰো-কছাৰী গোষ্ঠী সম্ভূত নৃপতিসৱে অসমীয়া ভাষাৰ শ্ৰীবৃদ্ধিৰ অৰ্থে বিশিষ্ট পণ্ডিত-সৱক অসমীয়া ভাষাত গ্ৰন্থ প্ৰণয়ন কৰিবলৈ অনুপ্ৰেৰণা আৰু পৃষ্ঠ-পোষকতা আগবঢ়াইছিল। তেনে এগৰাকী প্ৰথিতযশা নৃপতি

১. P. Goswami: 'Introduction' in *Bodo-Kachārir Jana-Sāhitya* by B. Narji, Gauhati, 1957, P. 19

আছিল ৰবাহীৰজা মহামাণিক্য। খৃঃ চতুৰ্দশ শতিকাৰ প্ৰাৰম্ভিক কালতে মহামাণিক্য নৃপতিয়ে মাধৱ কন্দলীক নিৰ্দেশ দিছিল সপ্তকাণ্ড 'ৰামায়ণ' 'পদ-বন্ধে' অসমীয়াত ৰচনা কৰিবলৈ। ৰবাহীৰজা মহামাণিক্যই বৰো ভাষাত 'ৰামায়ণ' অনুবাদ কৰিবলৈ নিদি অসমীয়া ভাষাত 'ৰামায়ণ' ৰচনা কৰিবলৈ কন্দলীক নিৰ্দেশ দিয়াৰ মুখ্য উদ্দেশ্যে আছিল—অসমীয়া সংস্কৃতিৰ ভঁৰাল চহকী কৰা। তেনেদৰে নৃপতি মহান নৰনাৰায়ণ আৰু তেওঁৰ পৰৱৰ্তী কোচ নৃপতিসকলৰ সাংস্কৃতিক অৱদানেৰে অসমীয়া সংস্কৃতি চিৰভাস্বৰ হৈ আছে। তাম্ৰধ্বজ নাৰায়ণৰ পত্নী আৰু সুদৰ্পনাৰায়ণৰ মাতৃ ৰাণী চন্দ্ৰ প্ৰভাই ভুবনেশ্বৰ বাচস্পতিৰ হতুৱাই সংস্কৃত 'নাৰদীয় কথামৃত' নামৰ গ্ৰন্থখনি অসমীয়া ভাষালৈ অনুবাদ কৰাইছিল।[২] নৰনাৰায়ণ-চিলাৰায়ৰ বংশধৰ দৰঙী ৰজাসকলেও অসমীয়া সংস্কৃতিৰ শ্ৰীবৃদ্ধিত প্ৰভূতভাৱে সমল যোগাইছিল।

অসম তথা ভাৰতৰ পূৰ্বাঞ্চলৰ উৎসৱ-অনুষ্ঠানসমূহ আৰু ইয়াৰ লগত জৰিত নৃত্যানুষ্ঠানবোৰ গ্ৰেট ট্ৰেডিছন আৰু লিট'ল ট্ৰেডিছনৰ প্ৰত্যক্ষ সমাহৰণ প্ৰক্ৰিয়াৰ পৰিণতি। দ্বিতীয়তে, উৎসৱ-অনুষ্ঠান-সমূহ বিভিন্ন নৃ-গোষ্ঠীৰ সাংস্কৃতিক সমলৰ অপূৰ্ব সমন্বয়। তৃতীয়তে, উৎসৱ-অনুষ্ঠানে বিভিন্ন জাতি-জনজাতিৰ মাজত মিলন আৰু সংহতিৰ সেতু নিৰ্মাণ কৰে। অৱশ্যে কাৰ্বি আংলঙৰ কাৰ্বিসকলে বসন্তোৎসৱ বিহু পালন নকৰিলেও অসমৰ ভৈয়াম অঞ্চলত বসবাস কৰি অহা কাৰ্বিসকলে বসন্ত উৎসৱ বিহু পালন কৰে। বঙালী বিহুৰ প্ৰসংগত তেওঁলোকে গীত গাহি গাই (দোমাহী আলুন) নৃত্য প্ৰদৰ্শন কৰে। বিশেষকৈ বসন্তকালীন উৎসৱ-অনুষ্ঠানত অসমৰ জাতি আৰু জনজাতিৰ মাজত প্ৰায় একেধৰণৰ সাংস্কৃতিক আচৰণ প্ৰকাশ পায়। এইফালৰ পৰা এই জাতীয় উৎসৱ-অনুষ্ঠান আৰু ইয়াৰ লগত জৰিত লোকনৃত্যৰ প্ৰদৰ্শন আৰু এইবোৰৰ পদ্ধতি-

২. সূৰ্য্যকুমাৰ ভূঞা (সম্পা): কছাৰী বুৰঞ্জী, গুৱাহাটী, ১৯৬১, পৃ. ১৯

গত আৰু তত্ত্বীয় বিচাৰ-বিশ্লেষণ আৰু চিন্তা-চৰ্চ্চাই অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত দূষিত আৰু দলীয় ৰাজনীতিৰ কুপ্ৰভাৱৰ ফলত গা-কৰি উঠা সন্দেহ-সংকোচ-দ্বিধা আৰু বিচ্ছিন্নমুখী প্ৰবণতাক নিৰাময় কৰাৰ মহতী আশাৰে 'সদৌ অসম নবীন লেখক-লেখিকা আৰু শিল্পী সমিতিৰ উদ্যোগত আৰু 'কাৰ্বি সাংস্কৃতিক সমাজ'ৰ সৌজন্যত ডিফুত "বসন্ত উৎসৱ আৰু অসমৰ বিভিন্ন জনগোষ্ঠীৰ লোকনৃত্য" শীৰ্ষক আলোচনা-চক্ৰখনি দুদিনীয়াকৈ উদ্‌যাপন কৰা হৈছিল। এই আলোচনা-চক্ৰত পঠিত আৰু প্ৰাসংগিক কেইখন-মান ৰচনাৰ সমষ্টিয়েই হ'ল—আমাৰদ্বাৰা সম্পাদিত এই গ্ৰন্থখনি। 'নবীন' সকলৰ সভানেত্ৰীৰ অনুৰোধক্ৰমে প্ৰবন্ধকেইটিৰ সংকলন আৰু সম্পাদনৰ দায়িত্ব মূৰ পাতি ললোঁ, কিমানখিনি কৃতকাৰ্য্য হলোঁ তাৰ বিচাৰ কৰিব সহৃদয় পাঠক-পাঠিকা মণ্ডলীয়ে।

গ্ৰন্থখনিৰ সংকলন-সম্পাদন আদি সকলো দিশতে 'সদৌ অসম নবীন লেখক-লেখিকা আৰু শিল্পী সমিতি'ৰ সভানেত্ৰী শ্ৰীপুতলী কায়স্থ, এই অনুষ্ঠানৰ প্ৰাক্তন সভাপতি ড° গণেশ পেগু আৰু ভাৰপ্ৰাপ্ত সাধাৰণ সম্পাদিকা শ্ৰীতিলোত্তমা ভূঞাই আমাক বিস্তৰভাৱে সহায় কৰিছে। আশীৰ্বাদৰ বাহিৰে তেওঁলোকক দিবলৈ আমাৰ আৰু কি আছে? যিসকল পণ্ডিতৰ লিখনীৰে এই গ্ৰন্থখন নিৰ্মাণ কৰিব পৰা হৈছে সেইসকলৰ ওচৰতো আমি চিৰ ঋণী। এই সুযোগতে ডা° ছাৰাছিং তেৰাং আৰু শ্ৰীযুত চন্দ্ৰকান্ত তেৰাংদেৱৰ প্ৰতিও আমাৰ কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ। ভাইটি ৰবিনছন ক্ৰ'ক মৰম আৰু আশিস জনাইছোঁ। প্ৰচ্ছদপটৰ শিল্পী শ্ৰীযুত সমীৰ তাঁতীকো শ্ৰদ্ধা আৰু কৃতজ্ঞতা নিবেদন কৰিছোঁ। প্ৰকাশক শ্ৰীযুত শান্তিৰঞ্জন দে-কো (বীণা লাইব্ৰেৰী) ধন্যবাদ জনাইছোঁ। শ্ৰীমান কনক চহৰীয়ায়ো বিভিন্ন দিশত আমাক সহায় আগবঢ়াইছে। ইয়াৰ বাবে শ্ৰীমান চহৰীয়াক আশীৰ্বাদ দিছোঁ।

গ্ৰন্থখনিত সংযোজিত আলোক চিত্ৰ কেইখনি অসম সাংস্কৃতিক

সঞ্চালকালয়, অসমৰ জনসংযোগ সঞ্চালকালয় ( Directorate of Information and Public Relations), শ্ৰীপদ্ম পাটৰ, ড° গণেশ পেগু আৰু অধ্যাপক ভূপেন নাৰ্জাৰীৰ সৌজন্যত পোৱা হৈছে। ইয়াৰ বাবেও উপৰোল্লিখিত অনুষ্ঠান আৰু ব্যক্তিৰ ওচৰত আমি চিৰ কৃতজ্ঞ।

কম সময়ৰ ভিতৰতে পুথিখনি ছপাই দিয়া বাবে 'পূৰ্বদেশ মুদ্ৰণ'ৰ মেনেজাৰ আৰু কৰ্মচাৰী সকললৈও এই ছেগতে ধন্যবাদ জনাইছোঁ।

দোষ-ত্ৰুটীৰ বাবে আগতীয়াকৈ ক্ষমা বিচাৰিছোঁ। সংস্কৃতিপ্ৰেমী সহৃদয় পাঠক সমাজৰ মৰম-চেনেহৰ পৰা পুথিখন বঞ্চিত নহ'লেই আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব।

শ্ৰীনবীন চন্দ্ৰ শৰ্মা

শান্তিপুৰ, হিল চাইড
দুৰ্গাসৰোবৰ, গুৱাহাটী-৯
২৫ জুন, ১৯৯৩

# সভানেত্ৰীৰ এষাৰ

"বসন্ত উৎসৱ আৰু অসমৰ বিভিন্ন জনগোষ্ঠীৰ লোকনৃত্য" গ্ৰন্থখনি "সদৌ অসম নবীন লেখক-লেখিকা আৰু শিল্পী সমিতি" আৰু "কাৰ্বি সাংস্কৃতিক সমাজ"ৰ যুটীয়া উদ্যোগত ইং ২৪ আৰু ২৫ মে' '৯২ত ডিফুত অনুষ্ঠিত হোৱা কৰ্মশালাখনিৰে সফল পৰিণতি। কৰ্মশালাত আয়োজিত বিশিষ্ট জনগোষ্ঠীকেইটাৰ উপৰিও সম্ভৱপৰ আৰু কেইটামান জনগোষ্ঠীৰ প্ৰসংগীয় লোকনৃত্য সন্নিবিষ্ট কৰি গ্ৰন্থখনিৰ কলেবৰ বৃদ্ধি কৰিবলৈ চেষ্টা কৰা হৈছে।

## চিন্তাৰ উদ্রেক ঃ

মানুহ প্ৰাকৃতিক নিয়মৰ অধীন। ইচ্ছা কৰি মানুহে যি কোনো কাম কৰিব নোৱাৰে। প্ৰকৃতিৰ অৱদান ছয় ঋতুৰ লগে লগে বিশ্বৰ ৰূপ সলনি হোৱাৰ অনুৰূপে সলনি হয় মানুহৰ প্ৰকৃতিগত মন, আনন্দ-উল্লাস আৰু ৰীতি-নীতি, যিয়ে প্ৰমাণ কৰে—"মানুহ প্ৰকৃতিৰ অৱদান,—ঈশ্বৰৰ সৃষ্টি" ; কাৰণ মানুহে মানুহ সৃষ্টি কৰিবও নোৱাৰে আৰু মানুহলৈ প্ৰকৃতিগত পৰিবৰ্তনো আনিব নোৱাৰে।

এই প্ৰকৃতিৰ অৱদান 'মানুহ' আদিৰ পৰা বৰ্তমানলৈকে একেই আছে যদিও সময় আৰু যুগৰ পৰিবৰ্তনৰ লগে লগে আৰ্য্য-অনাৰ্য্যৰ পৰা অংকুৰিত বীজে আজি ভিন্ন ধৰ্ম আৰু ভিন্ন জাতি-গোষ্ঠীৰ ৰূপ ল'লে, স্বকীয় ভাষা আৰু সংস্কৃতিৰে। ভিন্ন ধৰ্ম আৰু জাতি-গোষ্ঠী-সমূহে স্বকীয় বৈশিষ্ট্য ৰক্ষাৰ বাবে ভাষা, সংস্কৃতিৰ মাজেৰে ভিন্নতা প্ৰদৰ্শন কৰিলেও বিশ্বজনীন ৰীতি অনুসৰি, "মানুহ প্ৰকৃতিৰ অধীন আৰু এক।" সেয়ে প্ৰতিটো ধৰ্ম আৰু জাতিগোষ্ঠীয়ে প্ৰকৃতিৰ

ৰূপৰ পৰিবৰ্তনৰ লগে লগে নিজস্বভাৱে উৎসৱ-অনুষ্ঠান আদি আয়োজন কৰি আনন্দ-উল্লাসেৰে ৰীতি-নীতি পালন কৰে।

প্ৰতিটো ধৰ্ম, জাতি, গোষ্ঠীয়ে নিজস্বভাবে পালন কৰি অহা উৎসৱ-পাৰ্বণ আদি একত্ৰিত কৰি একতা আৰু সংহতি স্থাপন কৰাটো বা মানুহ প্ৰকৃতিৰ এক অৱদান তাক প্ৰতিষ্ঠা কৰাটো মুঠেই সম্ভৱ নহয়। তথাপিতো ভিন্ন ধৰ্ম, জাতি-গোষ্ঠীৰ স্বকীয়তা অক্ষুণ্ণ ৰাখি পাৰস্পৰিকভাৱে ভাষা-সাহিত্য-সংস্কৃতিৰ সুমধুৰ আদান-প্ৰদানেৰে গভীৰ আত্মীয়তা গঢ়ি এখন ঘৰ, এটা পৰিয়ালৰ দৰে সম্পৰ্ক স্থাপন কৰিব পাৰি। এই ক্ষেত্ৰত এটা গোটে আনটো গোটক বুজিবলৈ আৰু উপলব্ধি কৰিবলৈ প্ৰকৃতাৰ্থত ইচ্ছা প্ৰকাশ কৰিব লাগিব আৰু এটা গোটৰ সমস্যাসমূহক আনটো গোটে নিজৰ সমস্যাৰ দৰে বিবেচনা কৰি তাৰ অন্তৰায়ৰ পথ উদ্ধাৰ কৰাত সমভাগী হ'ব পাৰিব লাগিব।

অসম, উত্তৰ-পূৰ্বাঞ্চলৰ বাবে বহণীয়া সংস্কৃতিৰ সেউজভূমি, য'ত বসবাস কৰি আহিছে ভিন্ন ধৰ্ম আৰু জাতি-গোষ্ঠীৰ মানুহে। সামাজিক সচেতনতাৰ বিপৰীতে আজি এই অঞ্চলত দলীয় ৰাজনীতিয়ে বিকৃত ৰূপ ধাৰণ কৰি বিভিন্ন জনগোষ্ঠীৰ মাজত গোড়া জাতীয়তাবাদ প্ৰতিষ্ঠাৰ জৰিয়তে ইটো-সিটো জনগোষ্ঠীৰ মাজত যোগসূত্ৰ ক্ৰমাৎ হ্ৰাস কৰি আনিছে আৰু যিকোনো ধৰণৰ কূটাঘাতমূলক ভ্ৰাতৃঘাতী কাৰ্য্যই বিনা সংকোচে মূৰ দাঙি উঠিছে। এনে অৱস্থাত প্ৰয়োজন হৈছে ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰকৃত প্ৰতিষ্ঠাৰে, প্ৰসাৰতা বৃদ্ধিৰে, ইয়াৰ দলীয় ৰাজনীতি মুক্ত স্বৰূপেৰে পাৰস্পৰিক যোগসূত্ৰ স্থাপন কৰি—বিশ্বজনীন প্ৰকৃতিৰ সুখ-সৌন্দৰ্য্য উপভোগ কৰি এক প্ৰকৃতিময় শান্তিৰ জীৱন যাপনৰ পথ প্ৰদৰ্শন কৰা। সেয়েহে, প্ৰকৃতিগতভাৱে কৃষিজীৱী এই অঞ্চলৰ জনগোষ্ঠীসমূহে পালন কৰা কৃষি উৎসৱ বা বসন্ত উৎসৱ পুৰণি অসমৰ এক সাৰ্বজনীন উৎসৱ আৰু এই উৎসৱ বিভিন্ন জনগোষ্ঠীয়ে বিভিন্ন ধৰণেৰে উদ্‌যাপন কৰা দেখা

যায়। আমি এখন ঘৰ এটা পৰিয়ালৰ দৰে বসবাস কৰিবলৈ হ'লে প্ৰত্যেকেই প্ৰত্যেকৰ বিষয়ে জানিবলৈ আৰু যোগসূত্ৰৰ অভাৱে সৃষ্টি কৰা পৰ্বত-ভৈয়ামৰ ভ্ৰাতৃত্ববোধৰ ভুল বুজাবুজিৰ সত্য উপলব্ধি কৰিবলৈ আন্তৰিকভাৱে চেষ্টা কৰাটো অতিকে প্ৰয়োজনীয়। এই চিন্তাৰ পটভূমিতেই 'সদৌ অসম নবীন লেখক-লেখিকা আৰু শিল্পী সমিতি'ৰ কৰ্মসূচীত বসন্ত উৎসৱৰ নৱমূল্যায়নৰ দিহাৰে আয়োজন কৰা হৈছিল আলোচনা-চক্ৰখনিৰ।

## সফলতাৰ অন্তৰালত:

আলোচনা চক্ৰখনি সুচাৰুৰূপে অনুষ্ঠিত হোৱাত "কাৰ্বি সাংস্কৃতিক সমাজৰ সভাপতি ডা° ছাৰছিং তেৰাংদেৱ, ভাইটি ৰবিনছন ক্ৰ', "কাৰ্বি সাংস্কৃতিক সমাজ"ৰ সাধাৰণ সম্পাদক শ্ৰীযুত চন্দ্ৰকান্ত তেৰাংদেৱ, কাৰ্বি আংলং জিলাৰ 'নবীন' তথা 'কাৰ্বি সাংস্কৃতিক সমাজ'ৰ কৰ্মীসকলৰ অক্লান্ত পৰিশ্ৰম, 'নবীন'ৰ বিভিন্ন জিলা, আঞ্চলিকৰ বিভিন্ন কৰ্মীৰ উৎসাহৰ উপৰিও তেতিয়া 'নবীন'ৰ সাধাৰণ সম্পাদিকাৰ দায়িত্বত থকা শ্ৰীতিলোত্তমা ভূঞা, 'নবীন'ৰ কেন্দ্ৰীয় কাৰ্য্যনিৰ্বাহক সদস্য শ্ৰীনিৰ্মল বৰা আৰু দৰং জিলা 'নবীন'ৰ সাংগঠনিক সম্পাদিকা শ্ৰীসন্ধ্যালিকা বৰুৱাৰ কষ্ট আৰু ত্যাগ বিশেষভাৱে উল্লেখনীয়। তাৰোপৰি, আলোচনা চক্ৰখনিত অংশ গ্ৰহণ কৰি 'নবীন'সকলক উৎসাহিত কৰাৰ বাবে বৰো সাহিত্য সভাৰ সভাপতি মাননীয় শ্ৰীযুত কমল ব্ৰহ্মদেৱ, চাহ জনজাতি সাহিত্য পৰিষদৰ উপ-সভাপতি শ্ৰীযুত কুৰ্মীদেৱ, গড়গাঁও মহাবিদ্যালয়ৰ প্ৰবক্তা শ্ৰীযুত ললিত শ্যামদেৱ, ডিফুস্থ শ্ৰীযুত চন্দ্ৰকান্ত তেৰাংদেৱ, কোকোৰাঝাৰস্থ শ্ৰীযুত চাণক্য ব্ৰহ্মদেৱ, গুৱাহাটীৰ ডক্টৰ গণেশ পেগুদেৱ আৰু উপস্থিত থাকিব নোৱাৰিলেও আমালৈ লেখা পঠিয়াই সহযোগিতা আগবঢ়োৱা ড° যতীন মিপুনদেৱ আৰু শ্ৰীযুত মুকুল ৰাভাদেৱৰ ওচৰত আমি কৃতজ্ঞ হৈ ৰ'লোঁ।

এই গুৰুত্বপূৰ্ণ আলোচনা চক্ৰখনিৰ আঁত ধৰিবলৈ আমি আমন্ত্ৰণ জনাইছিলোঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি গৱেষণা বিভাগৰ অধ্যাপক ড° নবীন চন্দ্ৰ শৰ্মাদেৱক। আলোচনা চক্ৰখনিৰ গুৰুত্ব আৰু তাৎপৰ্য্য ব্যাখ্যা কৰি সঞ্চালকৰ আসনৰ পৰাই শ্ৰদ্ধাভাজন শৰ্মাদেৱে প্ৰবন্ধসমূহ গ্ৰন্থাকাৰে প্ৰকাশ কৰিলে অসমীয়া সংস্কৃতিলৈ ডাঙৰ অৱদান আগবঢ়োৱা হ'ব বুলি মত পোষণ কৰি ৰাজহুৱাভাৱে প্ৰকাশৰ দায়িত্ব লোৱাত আমি অধিক উৎসাহিত হওঁ আৰু কৃতকাৰ্য্যতাৰ ৰেঙণি দেখা পাওঁ।

গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত শ্ৰদ্ধাভাজন শৰ্মাদেৱে প্ৰকাশকৰ লগত যোগাযোগ কৰাৰ উপৰিও সম্পাদনাৰ গধুৰ দায়িত্ব বহন কৰি "নবীন"-সকলক উৎসাহিত কৰাত সমিতিৰ হৈ আমি তেখেতৰ ওচৰত চিৰ ঋণী। তেখেত নতুন পুৰুষৰ সুন্দৰ-সাধনাৰ পথ-প্ৰদৰ্শক হিচাপে আমাৰ শ্ৰদ্ধেয় হৈ ৰওক।

গ্ৰন্থখনিয়ে পাঠক, সংস্কৃতি সচেতক আৰু ছাত্ৰ-ছাত্ৰীসকলক উপকৃত কৰিব বুলি আশা ৰখাৰ লগতে গ্ৰন্থখনিত ৰৈ যোৱা ভুল-ত্ৰুটিসমূহ সহৃদয় পাঠকে আঙুলিয়াই দি আমাক সত্য-শিৱ-সুন্দৰৰ আৰাধনাত ব্ৰতী হোৱাত ইন্ধন যোগাব বুলি পৰম আশা কৰিলোঁ।

সদৌ শেষত, অতি ব্যস্ততাৰ মাজতো খুউব কম সময়ৰ ভিতৰত বসন্ত উৎসৱৰ তাৎপৰ্য্য বিশিষ্ট প্ৰচ্ছদপটটি অংকন কৰি গ্ৰন্থখনৰ জেউতি চৰোৱা বাবে শ্ৰদ্ধাৰ দাদা, লেখক, কবি-শিল্পী শ্ৰীযুত সমীৰ তাঁতীদেৱলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

শ্ৰীপুতলী কায়স্থ
সভানেত্ৰী
সদৌ অসম নবীন লেখক-লেখিকা আৰু
শিল্পী সমিতি।

১৯৯২ চন

# বিষয়-সূচী

# উৎসৱ-অনুষ্ঠান আৰু ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ বসন্ত উৎসৱ

ডক্টৰ নবীন চন্দ্ৰ শৰ্মা

পৃথিৱীৰ সৰ্বসমাজতে বছৰৰ বিভিন্ন সময়ত বিভিন্ন উৎসৱ-অনুষ্ঠান উদ্‌যাপিত হোৱা দেখা যায়। অৱশ্যে যি কোনো সমাজতে উৎসৱ-অনুষ্ঠান একে সময়তে উদ্‌যাপিত নহ'ব পাৰে; অথবা কোনো এক সমাজৰ বাবে তেনে সময় তাৎপৰ্য্যপূৰ্ণ হ'লেও আন এখন সমাজৰ বাবে সেই সময়ছোৱা বিশেষত্বপূৰ্ণ নহ'বও পাৰে। তেনে তাৎপৰ্য্য-পূৰ্ণ সময়—এটা ঋতুৰপৰা আন এটা ঋতুৰ সংক্ৰমণ; অথবা জীৱনৰ এটা অৱস্থাৰপৰা আন এটা অৱস্থালৈ উত্তৰিত হোৱাৰ ক্ষণ অথবা ঐতিহাসিক ঘটনাৰ বাৰ্ষিক তিথি নাইবা কোনো জনশ্ৰুতি-মূলক দেৱতা বা বীৰপুৰুষৰ জন্ম-মৃত্যুৰ তিথি অথবা কোনো এখন সমাজৰ প্ৰতিষ্ঠাতা নাইবা নায়কৰ বা ধৰ্মীয় পুৰুষৰ জীৱনৰ ঘটনা বিধিবদ্ধ কৰাৰ প্ৰতীকী আচৰণ নাইবা কোনো জীৱন্ত ব্যক্তিক সন্মান প্ৰদৰ্শনৰ বাবে বক্সিত হ'ব পাৰে। তেনে সময় বা দিন সামূহিক কৰ্ম, সামূহিক ভোজন, সামূহিক নৃত্য-গীত আৰু সামূহিক খেল-ধেমালিৰ বাবে সুনিৰ্দিষ্ট হ'ব পাৰে।

প্ৰকৃতাৰ্থত বিশেষ ধৰণৰ তাৎপৰ্য্যপূৰ্ণ সময়ত অনুষ্ঠিত অনুষ্ঠানৰ পৌনঃপুনিকতাই উৎসৱ।[১] লোক-উৎসৱ-অনুষ্ঠানবোৰ সামাজিক আচৰণৰ বহিঃপ্ৰকাশ মাথোন। পণ্ডিতসকলৰ মতে আধুনিক উৎসৱ-

১. R. G. Smith: "Festivals and Celebrations" in *Folklore and Folklife*, ed. R.M. Dorson, P. 159.

অনুষ্ঠান সমূহ আদিম মানৱৰদ্বাৰা অনুষ্ঠিত ঐন্দ্ৰজালিক ক্ৰিয়া-কাণ্ডৰ (magical ritual) উত্তৰজীৱিতা (survival) মাথোন। আদিম মানৱ সমাজত ঐন্দ্ৰজালিক ক্ৰিয়া-কাণ্ড উদ্‌যাপিত হৈছিল অজেয় আৰু ভয়াবহ প্ৰাকৃতিক শক্তিক সন্তুষ্ট কৰিবলৈ, দিনবোৰ দীঘলীয়া কৰিবলৈ, কঠোৰ শীতক দূৰ কৰিবলৈ ; খেতি-পথাৰ, হাবি-অৰণ্য, আকাশ-বতাহ, জল-স্থল আদিৰ দেৱ-দেৱীক সন্তুষ্ট কৰিবলৈ। বৃষ্টিৰ দেৱতাক সন্তুষ্ট কৰাতোও উৎসৱ-অনুষ্ঠানৰ অন্যতম লক্ষ্য আছিল। অন্যহাতে পথাৰৰ উৰ্বৰতা বৃদ্ধিৰ বাবেও যাদুমূলক ক্ৰিয়া সম্পাদন কৰা হৈছিল—উৎসৱ-অনুষ্ঠানৰ জৰিয়তে। উৎসৱৰ বিভিন্ন কাৰ্য্যাৱলীৰ লক্ষ্য আছিল তাত যোগ দিয়া বা ভাগ লোৱাসকলে বিচৰা অনুকূল পৰিস্থিতিক প্ৰতীকাত্মক ৰূপে প্ৰকাশ কৰা। এই কালৰপৰা সহজে ক'ব পাৰি যে, উচ্ছ্বসিত উপভোগৰ উদ্দেশ্য আছিল—উৰ্বৰতাবৃদ্ধি ; পূজা-উপাসনাৰ লক্ষ্য আছিল কৃষিৰ প্ৰাচুৰ্য্যকামনা ; উৎসৱৰ সময়ত অবাধ সংগমৰ সুবিধা দিয়া হৈছিল—যাদুমূলক ক্ৰিয়া সাধনৰ বাবে। এই যাদুমূলক ক্ৰিয়াৰো মুখ্য উদ্দেশ্য আছিল কৃষিৰ উন্নতি কামনা। উপৰৰ আলোচনাৰপৰা সহজে অনুমান কৰিব পাৰি যে, উৎসৱ-অনুষ্ঠান ব্যৱস্থাৰ অন্তৰালত বৰ্তমান আছে আদিম মনৰ প্ৰকৃতি, পুৰাকাহিনী (myth) আৰু ক্ৰিয়া-কাণ্ডৰ মাজত থকা সম্পৰ্ক।[২]

ইতিমধ্যে উল্লেখ কৰি অহা হৈছে যে, পৃথিৱীৰ প্ৰায়বিলাক উৎসৱেই যাদুমূলক ক্ৰিয়া-কাণ্ডৰ (magico-rituals) পৰা বিকশিত হৈছে। আধুনিক সমাজবিজ্ঞানীৰ মতে ধৰ্মীয়কৃত্য প্ৰকৃতাৰ্থত পুৰাণ-কথা বা মিথৰ বিধিবদ্ধকৰণহে। গতিকে পৰম্পৰাগত উৎসৱ একোটিৰ অন্তৰালত একোটি মিথ থাকিব পাৰে। ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি যে, মিথ, ধৰ্মীয়কৃত্য আৰু উৎসৱ-অনুষ্ঠানৰ মাজত বিশেষ সম্পৰ্ক ৰক্ষিত হৈ আহিছে। মূলতঃ উৎসৱ-অনুষ্ঠানবোৰ ধৰ্মীয়-অনুষংগৰ সৈতে সম্পৃক্ত আছিল।

২. R. J. Smith, op-cit.

সাম্প্ৰতিক কালতো দেখা যায় যে, প্ৰায়বিলাক উৎসৱ-অনুষ্ঠানৰ লগতেই ধৰ্মীয়কৃত্যাদি সংযোজিত।

আধুনিক জীৱনত উৎসৱ-অনুষ্ঠানৰ পৰিসৰ ক্ৰমশঃ বৃদ্ধি হৈছে; যিহেতু ধৰ্মনিৰপেক্ষ স্মৃতি ৰক্ষণাদিকো উৎসৱৰ পৰিসীমাত সামৰা দেখা যায়। ইয়াৰ বাহিৰেও ভাৰতৰ স্বাধীনতা দিবস, গণতন্ত্ৰ দিবস, শিশু দিবস, শিক্ষক দিবস, অসম সাহিত্য সভা অধিৱেশন আদিকো উৎসৱ আখ্যা দিয়া হৈছে। তেনেদৰে অভিনয়, নৃত্য, সংগীত আদি আমোদজনক অনুষ্ঠানকো উৎসৱৰ চাৰিসীমাত ধৰা দেখা যায়। শংকৰদেৱ, হৰিদেৱ, দামোদৰদেৱ, মাধৱদেৱ, মহাত্মাগান্ধী আদি বৰেণ্যলোকৰ জন্মজয়ন্তী আৰু তিৰোধান উপলক্ষেও উৎসৱ অনুষ্ঠিত হয়। এইবোৰক প্ৰকৃতাৰ্থত উৎসৱ বুলিব নোৱাৰি, যিহেতু এইবোৰৰ জৰিয়তে উৎসৱ-আচৰণ প্ৰকাশ নাপায়; অথবা এইবোৰত প্ৰতীকী অৰ্থও অন্তৰ্নিহিত হৈ নাথাকে। কিছুমান উৎসৱ আকৌ পৰম্পৰাগতভাৱেই পালিত হৈ আহিছে—যদিও সেইবোৰৰ মূল প্ৰতীকী অৰ্থ সম্পূৰ্ণভাৱে পাহৰি পেলোৱা হৈছে।[৩] এই প্ৰসংগত আমি নামনি অসমত প্ৰচলিত 'ভঠেলি' উৎসৱলৈ আঙুলিয়াব পাৰোঁ।

উৎসৱ-অনুষ্ঠান সংস্কৃতিৰ এক অপৰিহাৰ্য্য অংগ। উৎসৱৰ সংযুতিত 'গ্ৰেড ট্ৰেডিছন' (Great Tradition) আৰু 'লিটল ট্ৰেডিছন' (Little Tradition) উভয়ে উল্লেখযোগ্য বৰঙণি আগবঢ়াব পাৰে। ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি যে, পৰম্পৰাগত উৎসৱ-অনুষ্ঠানাদি বিভিন্ন সাংস্কৃতিক সমলৰ এক পৰিপূৰ্ণ যোগ। হিন্দু উৎসৱ-অনুষ্ঠান সম্পৰ্কীয় বৰ্ণনা বিশিষ্ট ৰচনাৰ অভাৱ নহ'লেও এইবোৰৰ তাত্ত্বিকদিশত আলোকপাত কৰিব পৰা ৰচনা তেনেই সীমিত। গতিকে হিন্দু উৎসৱ-অনুষ্ঠানৰ ঐতিহাসিক অথবা প্ৰকাৰ্য্যাত্মক (Functional) বিশ্লেষণ কৰিবলগীয়া হ'লে ইয়াৰ

৩. R. J. Smith, op-cit, P. 160.

আনুষ্ঠানিক-বৃত্তৰ (ceremonial-cycle) ওপৰত নিৰ্ভৰ কৰিব লগা হয়। এই প্ৰসংগত অচ্‌কাৰ লিউইছ-এ (Oscar Lewis) সমীচীন মন্তব্য আগবঢ়াইছে: "Until we have such data, it will not be possible to assess the role of the Hindu festivals in Indian life and the varying degree of integration in different localities between the 'great' and 'little' traditions of Hinduism"[৪].

অসমত তথা ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলত প্ৰচলিত পৰম্পৰাগত প্ৰায়বিলাক উৎসৱ-অনুষ্ঠানৰ অন্তৰালত বৰ্তমান আছে—আদিম মানৱৰ বিশ্বাস আৰু ধৰ্মীয়কৃত্য। পৃথিৱীৰ বিভিন্ন সংস্কৃতিত প্ৰবহমান উৎসৱ-অনুষ্ঠানৰ লগত আদিম মানৱৰদ্বাৰা অনুষ্ঠিত ঐন্দ্ৰজালিক ক্ৰিয়া-কাণ্ড সম্পৃক্ত হৈ থকাৰ দৰে অসমত প্ৰচলিত বিভিন্ন পৰম্পৰাগত উৎসৱৰ লগতো আদিম মানৱৰদ্বাৰা অনুষ্ঠিত ঐন্দ্ৰজালিক ক্ৰিয়া-কাণ্ডৰ সম্পৰ্ক পৰিদৃষ্ট হয়। উৰ্বৰতাবৃদ্ধি, কৃষিৰ প্ৰাচুৰ্য্য কামনা, যাদুক্ৰিয়া সম্পাদন আদি বিভিন্ন উদ্দেশ্য সাধনৰ বাবেই অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত উৎসৱ-অনুষ্ঠানসমূহ পৰম্পৰাগতভাৱে পালন কৰা দেখা যায়। এই উৎসৱ-অনুষ্ঠান-সমূহৰ অন্তৰালতো অন্তৰ্নিহিত হৈ আছে প্ৰতীকাত্মক আচৰণ।

অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ উৎসৱ-অনুষ্ঠানসমূহ তলত দিয়া ধৰণে ভাগ কৰিব পাৰি ; যেনে :

ক. ঋতুকালীন উৎসৱ (Seasonal festivals),

খ. পঞ্জিকা আশ্ৰয়ী উৎসৱ (Calendaric festivals),

গ. সীমিত অংশ গ্ৰহণ কৰা উৎসৱ (Limited Participation festivals) আৰু

ঘ. জীৱনবৃত্তৰ লগত জৰিত উৎসৱ অথবা সংস্কাৰমূলক উৎসৱ

৪ Oscar Lewis: *Village Life of Northern India*, PP. 197-98.

(Sacramental and domestic festivals or festivals associated with *rites-de-passage*।

কোনো কোনো পণ্ডিতৰ আদৰ্শানুসৰি তলত দিয়া ধৰণেও উৎসৱ-অনুষ্ঠানবোৰ ভাগ কৰি দেখুৱাব পাৰি :

(ক) গ্ৰেট ট্ৰেডিছন আৰু লি'টল ট্ৰেডিছনৰ অন্তৰ্ভুক্ত উৎসৱ-অনুষ্ঠান (Festivals belonging to Great or Little Tradition),

(খ) পাৰিবাৰিক বা সামূহিক উৎসৱ-অনুষ্ঠান (Family or community festivals),

(গ) স্বেচ্ছাকৃত বা অস্বেচ্ছাকৃত উৎসৱ-অনুষ্ঠান (Voluntary or non-Voluntary festivals),

আৰু (ঘ) উদ্দেশ্যধৰ্মী উৎসৱ-অনুষ্ঠান (Purposive festivals)।[৫]

অসম বা ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ উৎসৱ-অনুষ্ঠানৰ বিষয়ে আলোচনা কৰিবলৈ যোৱাৰ পূৰ্বে ইয়াৰ জনসাংখ্যিক প্ৰতিৰূপৰ বিষয়ে আলোচনা কৰা উচিত হ'ব। ভাৰতীয় সমাজৰ নিচিনাকৈ অসম তথা ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ সমাজো আৰ্য্য আৰু আৰ্য্য-বহিৰ্ভূত ভাষা-গোষ্ঠীৰ সমন্বয়ত গঠিত। অসম তথা উত্তৰ-পূৰ ভাৰতৰ অধিবাসীসকলক আকৌ জাতি আৰু জনজাতি এই দুটা ভাগত ভগাব পাৰি। জনজাতীয়সকলৰ ভিতৰত বৰো-কছাৰী, ৰাভা, কাৰ্বি, মিচিং, ডিমাচা, তিৱা, দেউৰী, সোণোৱাল কছাৰী; হাজং, ওৱাংচু, নক্টে, তাংগচা, চিংফো, আদী, খামতি, নিচি, বংগ্ৰো, আপাতানি, খমিয়াং, মেয়োৰ, মোম্বা, মনপা, ইদুমিচিমি, খম্বা, ছেৰদুকপেন, তাগিন, অকা, গালং, দফলা, খাচি, জয়ন্তীয়া, গাৰো, আংগামীনগা, চখেচাং (Chakhesang), ৰেংগমা, জেলিংগ্ৰোং

৫. S. L. Srivastav : *Folk-Culture and Oral Tradition.* PP. 187-88.

(Zeliangroung), পোচুৰি বা চেংগতাম্ (Pochuri or Sangtam), আও, কন্যেক (Konyak), মিজু, মেইতি, ত্ৰিপুৰী আদিয়েই উল্লেখযোগ্য। বৈদিকীকৰণ প্ৰক্ৰিয়াৰ জৰিয়তে বিভিন্ন জনজাতীয় লোকে হিন্দুধৰ্ম গ্ৰহণ কৰিছে। দ্বিতীয়তে, অসমীয়াকৰণ প্ৰক্ৰিয়াৰ সংযোগত অসমত বাস কৰা জাতি-জনজাতি সকলোৱে মিলি সংগ্ৰথিত অসমীয়া সংস্কৃতিৰ শ্ৰীবৃদ্ধিত ইন্ধন যোগাইছে।

অসম তথা উত্তৰ-পূব ভাৰতত হিন্দু, মুছলমান, খৃষ্টান, বৌদ্ধ, জৈন, শিখ আৰু অন্যান্যধৰ্মালম্বী লোকে বাস কৰে। জনজাতীয় লোকৰ কিছুমানে পৰম্পৰাগত ধৰ্মকেই মানি আহিছে। ভাৰতৰ দৰে অসম তথা উত্তৰ-পূব ভাৰতৰ জন-গণৰ সমাজ ব্যৱস্থাও পৰম্পৰাগত। গতিকে অসম তথা উত্তৰ-পূব ভাৰতৰ উৎসৱ-অনুষ্ঠানৰ স্বৰূপ নিৰ্ণয়ৰ অনুষংগত উপৰোল্লিখিত দিশ বা বিষয়কেইটিত দৃষ্টি নিবদ্ধ কৰিব লাগিব। এই সন্দৰ্ভত বিশেষকৈ অসমৰ হিন্দুসকলৰ প্ৰসংগত উল্লেখ কৰা উচিত হ'ব যে, বৈষ্ণৱ, শাক্ত, শৈৱ আদি নামেৰে উৎসৱ-অনুষ্ঠানৰ নামকৰণ কৰাটো অন্ততঃ নৃতাত্ত্বিক দৃষ্টিভংগীৰ ফালৰপৰা সমীচীন নহয়; যিহেতু প্ৰতীকী আচৰণ বিশিষ্ট উৎসৱৰ পূৰ্বৰূপ পাহৰি নতুনকৈ ধৰ্মীয় প্ৰলেপ দিহে উৎসৱৰ নামকৰণ কৰা হয়। গতিকে ধৰ্মীয় দৃষ্টিভংগীৰে উৎসৱৰ নামকৰণ কৰা প্ৰবণতা তুলনামূলকভাৱে অৰ্বাচীন।

## ক. ঋতুকালীন উৎসৱ-অনুষ্ঠান:

উৎসৱ-অনুষ্ঠানবোৰৰ অন্যতম বিশেষত্ব—সিবিলাকৰ জনপ্ৰিয়তা আৰু সাৰ্বজনিনতা। বছৰৰ কোনো কোনো সময়ত লোক জীৱনে কঠোৰ শ্ৰম বা কৰ্মৰপৰা সাময়িকভাৱে বিৰতি লৈ আনন্দোৎসৱত যোগ দিয়ে। সেয়েহে পৃথিৱীৰ বিভিন্ন দেশত, বিভিন্ন ঋতুত, বিভিন্ন উৎসৱ পালন কৰাৰ পৰম্পৰা চলি আহিছে। অনেক ক্ষেত্ৰত ঋতু-কালীন উৎসৱসমূহ কৃষিৰ লগত জৰিত বা সম্পৰ্কিত।

### খ. পঞ্জিকা আশ্ৰয়ী উৎসৱ-অনুষ্ঠান ঃ

পঞ্জিকা আশ্ৰয়ী উৎসৱ-অনুষ্ঠানবোৰ সাধাৰণতে মাহ, সংক্ৰান্তি, বিশেষ বিশেষ তিথি আদিত উদ্‌যাপিত হয়। ঋতুকালীন পূজা-উপাসনা আৰু উৎসৱ-অনুষ্ঠান কিছুমানকো পঞ্জিকা আশ্ৰয়ী উৎসৱ-অনুষ্ঠানৰ পৰিধিত সামৰিব পাৰি। বীৰপুৰুষৰ জন্মদিন, মহাপুৰুষ-সকলৰ জন্ম-মৃত্যু-তিথি, জাতীয় উৎসৱ ১৫ আগষ্ট, ২৬ জানুৱাৰী আদিকো পঞ্জিকা আশ্ৰয়ী উৎসৱ-অনুষ্ঠানৰ পৰিসৰত ধৰিব পাৰি। মুছলমানসকলে উদ্‌যাপন কৰা মহৰম, সবেবৰাত, ৰমজান, ঈদ-উজ-জুহা; খৃষ্টানসকলে পালন কৰা গুড্‌ ফ্ৰাইদে, খৃষ্টমাছ আৰু বৌদ্ধ-জৈন-শিখসকলে উদ্‌যাপন কৰা বিভিন্ন উৎসৱক পঞ্জিকা আশ্ৰয়ী উৎসৱৰ ভিতৰত ধৰিব পাৰি।

### গ. সীমিত অংশ গ্ৰহণ কৰা উৎসৱ ঃ

কোনো এক বিশেষ অঞ্চলৰ সীমিত লোকৰ মাজত প্ৰচলিত বিশেষকৈ ব্যৱসায়ী, মাছমৰীয়া, বাঢ়ৈ, মৰিয়া, কুমাৰ, কমাৰ, হীৰা, আদিৰ মাজত কিছুমান উৎসৱ-অনুষ্ঠান পৰম্পৰাগতভাৱে চলি আহিছে। এই উৎসৱ-অনুষ্ঠানবোৰত সাধাৰণতে সীমিত লোকেহে অংশ গ্ৰহণ কৰে, গতিকে এনে ধৰণৰ উৎসৱ-অনুষ্ঠানক সীমিত অংশ গ্ৰহণ কৰা উৎসৱ আখ্যা দিব পাৰি। মনসা-পূজা, বিশ্বকৰ্মা-পূজা আদি সীমিত অংশ গ্ৰহণকাৰী উৎসৱে সময়ৰ অগ্ৰগতিত সাৰ্বিক ৰূপ পৰিগ্ৰহ কৰিছে। ইয়াৰপৰা ঠাৱৰ কৰিব পাৰি যে, স্থানীয় বা সীমিত উৎসৱ-অনুষ্ঠানে সময়ৰ অগ্ৰগতিৰ লগে লগে সাৰ্বিক ৰূপ লাভ কৰিব পাৰে।

### ঘ. সংস্কাৰমূলক বা জীৱন-বৃত্তৰ লগত জৰিত অথবা ঘৰুৱা উৎসৱ-অনুষ্ঠান ঃ

মানৱ জীৱন বিভিন্ন পৰিবৰ্তন বা অতিক্ৰমণৰ সমষ্টি। ই কোনো

এক স্তৰৰপৰা আন এক স্তৰলৈ নাইবা কোনো এক বৃত্তিৰপৰা আন এক বৃত্তিলৈ অতিক্ৰমিত হ'ব পাৰে। Arnold Van Gennep-ৰ ভাষাত "The life of an individual in any society is a series of passages from one age to another and from one occupation to another."[৬] এনেধৰণৰ অতিক্ৰমণৰ লগত প্ৰায়ে বিভিন্ন কৃত্য (rite) সম্পৃক্ত হৈ থকা দেখা যায়। জীৱন-বৃত্তৰ লগত জৰিত হৈ থকা ক্ৰিয়া-কাণ্ডক *rite-de Passage* আখ্যা দিছে আৰ্নল্ড বন জেনেপ-এ।[৭] *Passage* ফৰাচী শব্দ, ইয়াৰ ইংৰাজী প্ৰতিৰূপ transition[৮] বা অতিক্ৰমণ। Transition বা অতিক্ৰমণ তিনি প্ৰকাৰৰ হ'ব পাৰে। যেনে:

১. পৃথককৰণ বা Separation (*Se´paration*),

২. সংক্ৰমণ বা উত্তৰণ বা Transition (*marge*),

আৰু ৩. একত্ৰকৰণ বা Incorporation (*agre´gation*)।

পৃথককৰণ বা Separation বা *Se´paration*-ৰ পৰিসীমাত মৃতকৰ সংস্কাৰৰ লগত সম্বন্ধযুক্ত কৃত্যাদি সামৰিব পাৰি। সংক্ৰমণ বা উত্তৰণ বা transition বা *marge*-ৰ পৰিসীমাত গৰ্ভাৱস্থাৰ লগত জৰিত বিভিন্ন কৃত্য, বিয়াহাৰ্থ বাগ্‌দানৰ সৈতে জৰিত অনুষ্ঠান তথা দীক্ষা বা শৰণ গ্ৰহণৰ লগত সম্পৃক্ত কৃত্যাদি ধৰা হয়। একত্ৰকৰণ বা incorporation বা *agre´gation*-ৰ পৰিধিত বিয়াহাদিৰ লগত জৰিত কৃত্য আৰু উৎসৱ-অনুষ্ঠান আদি সামৰিব পাৰি।[৯]

জীৱন-বৃত্তৰ লগত জৰিত কৃত্যাদি আৰু উৎসৱ-অনুষ্ঠানসমূহ তলত দিয়াৰ দৰে ভাগ কৰি দেখুৱাব পাৰি:

(১) গৰ্ভধাৰণ আৰু সন্তান জন্ম দিয়াৰ লগত সম্পৰ্কযুক্ত কৃত্যাদি আৰু উৎসৱ-অনুষ্ঠান (Pregnancy and child birth);

---

৬. Arnold Van Gennep : *The Rites of Passage,* PP. 2-3
৭. *Ibid*, Introduction, P. VII
৮. *Ibid*
৯. *Ibid*, Introduction, P. VIII

(২) জন্ম আৰু শৈশৱৰ লগত জৰিত কৃত্যাদি আৰু উৎসৱ-অনুষ্ঠান (Birth and childhood);

(৩) দীক্ষা আৰু শৰণ গ্ৰহণৰ লগত জৰিত উৎসৱ-অনুষ্ঠান (Initiation rites);

(৪) বিৱাহাৰ্থ বাগ্‌দান আৰু বিৱাহৰ লগত সম্বন্ধযুক্ত উৎসৱ-অনুষ্ঠান (Betrothal and marriage);

আৰু (৫) মৃতকৰ সংস্কাৰৰ লগত জৰিত উৎসৱ-অনুষ্ঠান (Funerals)।

## উৎসৱ-অনুষ্ঠানৰ সংযুতি (Structure of festival):

উৎসৱ-অনুষ্ঠানক বিশেষ ধৰণৰ আচৰণৰূপে আখ্যা দিব নোৱাৰি; যিহেতু বিভিন্ন পৰম্পৰাগত আচৰণৰ সমষ্টিয়েইহে উৎসৱ-অনুষ্ঠান। দৰাচলতে গীত-পদ-নৃত্য-অভিনয় আদিবোৰেই উৎসৱ-অনুষ্ঠানৰ সাংযুতিক একক। সেয়েহে গীত-পদ-নৃত্য-অভিনয় আদি লোকবিদ্যাৰ (Folklore) অন্য শ্ৰেণীবোৰৰ পূৰ্বাপৰ সম্বন্ধ বা অনুষংগ (Context) অধ্যয়নৰ বাবে উৎসৱ-অনুষ্ঠান উৰ্বৰক্ষেত্ৰ।[১০] উৎসৱ-অনুষ্ঠানৰ সংযুতিৰ বিভিন্ন একক (unit)বোৰ, যেনে: গীত-পদ, নৃত্য-অভিনয়, সভা-মেলা, উপাসনা, শোভাযাত্ৰা, প্ৰতিমা বা থাপনা, পৰম্পৰাগত বাদ্যযন্ত্ৰ আৰু পোছাক-পৰিচ্ছদ আদিৰ বিষয়ে ভালকৈ বুজাকৈ ইয়াৰ বিষয়ে প্ৰণালীবদ্ধভাৱে অধ্যয়ন কৰা টান। উৎসৱ-অনুষ্ঠানে কোনো এক অঞ্চলৰ জনসাধাৰণক পৰম্পৰাগত পোছাক-পৰিচ্ছদ পৰিধান কৰিবৰ বাবে অনুকূল পৰিৱেশ ৰচনা কৰে। অকল ইমানেই নহয়, উৎসৱ-অনুষ্ঠানত তেওঁলোকে পৰম্পৰাগত গীত-পদ আবৃত্তি কৰে, পুৰাণ-কথা (myth), জনশ্ৰুতি (legends), সাধুকথা (tales) আদি কয় আৰু শুনে, প্ৰতিমা বা বিগ্ৰহ বা প্ৰতীকসহ শোভাযাত্ৰা কৰে। উৎসৱ-অনুষ্ঠানে সামূহিক ভোজনৰ বাবে

১০. R. J. Smith, op-cit, P. 168

প্ৰয়োজনীয় অনুষংগ ৰচনা কৰে। উৎসৱৰ অনুষংগত পৰম্পৰাগত নৃত্য-গীত-অভিনয় আদি অনুষ্ঠিত হয় আৰু ইয়াৰ লগে লগে পৰম্পৰাগত বাদ্যযন্ত্ৰ আদিয়ো বজোৱা হয়। উৎসৱৰ অনুষংগত পৰম্পৰাগত গীত-নৃত্য-অভিনয়ৰ সক্ৰিয় ধাৰক আৰু বাহকসকলে পৰম্পৰাগত পৰিৱেশ্য কলা সম্পৰ্কীয় তেওঁলোকৰ দক্ষতা প্ৰদৰ্শন কৰিবলৈও সুবিধা লাভ কৰে।

চমুকৈ ক'বলৈ গ'লে, উৎসৱ-অনুষ্ঠানক লোকবিদ্যাৰ এটা প্ৰধান শ্ৰেণী (genre) ৰূপে গণ্য কৰিব পাৰি ; যিহেতু ইয়াত লোকবিদ্যাৰ আন আন উপশ্ৰেণীবোৰ, যেনে : গীত-নৃত্য-অভিনয়, বাদ্য-বাজনা, পুৰাণকথা-জনশ্ৰুতি-সাধুকথা, যোজনা-পটন্তৰ-দৃষ্টান্ত আদি অন্তৰ্নিহিত হৈ থাকে। লোকবিদ্যাৰ বিভিন্ন উপশ্ৰেণীবিলাকৰ বৰ্ণনা আৰু সূত্ৰ দিয়াৰ সুবিধা প্ৰদান কৰে উৎসৱ-অনুষ্ঠানে। অনেক ক্ষেত্ৰ নিৰীক্ষকৰ বাস্তৱ অভিজ্ঞতাৰ ফালৰপৰা সহজে বুজিব পাৰি যে, তেওঁলোকে পৰম্পৰাগত পৰিৱেশ্য কলাৰ স্বৰূপ আৰু সূত্ৰ নিৰ্ণয় কৰিছে—কোনো উৎসৱ-অনুষ্ঠানত অনুষ্ঠিত হোৱা গীত-পদ, নৃত্য-অভিনয় আদিৰপৰাহে।

অকল লোকবিদ্যাৰ গৱেষকসকলেই যে, উৎসৱ-অনুষ্ঠানৰপৰা লোকবিদ্যাৰ সমল সংগ্ৰহ কৰিছে তেনে নহয় ; আন আন গৱেষকসকলেও উৎসৱৰ অনুষংগত প্ৰয়োজনীয় আৰু প্ৰাসংগিক ক্ষেত্ৰসমল সংগ্ৰহ কৰিছে। উদাহৰণ স্বৰূপে তুলনামূলক ধৰ্মমীমাংসাৰ (Comparative religion) গৱেষকসকলে উৎসৱ-অনুষ্ঠানৰ অনুষংগত ধৰ্মীয় বা কৃত্যগত সমলৰাজি সংগ্ৰহ কৰিব পাৰে। লোকধৰ্মৰ (Folk-religion) স্বৰূপ সম্পৰ্কে সমল সংগ্ৰহ কৰিবৰ বাবেও উৎসৱ-অনুষ্ঠানৰ বিচাৰ-বিশ্লেষণ অপৰিহাৰ্য্য। এজন নৰ্ত্তকেই উৎসৱ-অনুষ্ঠানত কেতিয়াবা ধৰ্মীয় অনুষংগৰ (Sacred context) আৰু কেতিয়াবা লৌকিক অনুষংগৰ (Secular context) লগত জৰিত নাচ নচা দেখা যায়। গীত, ধ্বনি আৰু গতি প্ৰায় একেদৰেই

থাকে ; কিন্তু আচৰণৰ প্ৰসংগত বিভিন্নতা দেখা যায়। অৱশ্যে নৃত্যৰ বিষয়বস্তু আৰু প্ৰকাৰৰ সংযোগত তাৰ অৰ্থ আৰু কাৰ্য্য বুজা টান হৈ পৰে।

কোনো এটা উৎসৱ যৌগিক (complex) আৰু সামগ্ৰিকভাৱে (integral whole) বিশ্লেষণ কৰিব লাগিলে কি সূত্ৰ গ্ৰহণ কৰিব লাগিব ? প্ৰথমতে, প্ৰত্যেকবিধ আচৰণে উৎসৱ-অনুষ্ঠানৰ কাৰ্য্যত কেনে ধৰণে সমল যোগাইছে তালৈ লক্ষ্য কৰিব লাগিব। আমি ধৰি ল'ব পাৰোঁ যে, উৎসৱ-আচৰণ ইচ্ছা প্ৰণোদিত আৰু যুগে যুগে জীৱন-পৰম্পৰা মানুহে সেই আচৰণ পৌনঃপুনিকভাৱে প্ৰদৰ্শন কৰি আহিছে ; অৰ্থাৎ ব্যক্তি বিশেষৰ অন্যোন্য ক্ৰিয়াই বিশেষ ধৰণৰ প্ৰত্যক্ষ আৱেগিক অনুক্ৰিয়া অথবা প্ৰত্যক্ষ আৱেগিক অৱস্থা প্ৰকাশ কৰে। পৰম্পৰাগত উৎসৱ-আচৰণে (festival behaviour) কাৰ্য্যকৰী প্ৰতীক স্বৰূপে কাম কৰা দেখা যায় বিশেষকৈ অভীপ্সিত আৱেগ প্ৰকাশ কৰাৰ অনুষংগত। উৎসৱ-আচৰণে প্ৰতীকী অন্যোন্যক্ৰিয়াৰ (Symbolic interaction) ওপৰত প্ৰতিষ্ঠিত আৱেগৰ অনুক্ৰম গ্ৰহণ কৰে।

ইতিমধ্যে উল্লেখ কৰি অহা হৈছে যে, উৎসৱ অনুষ্ঠিত হোৱাৰ সময়ত মানুহে পৰম্পৰাগত পোছাক-পৰিচ্ছদ পৰিধান কৰে, যাৰদ্বাৰা তদীয়ত্ব প্ৰকাশিত হয়। আনুগত্য, বশ্যতা আৰু ভক্তিৰ পাৰম্পৰিক বা তাৰ লৌকিক ৰূপায়ণ দেখা যায়—শোভাযাত্ৰাত অংশ গ্ৰহণ কৰাৰ ক্ষেত্ৰত, প্ৰতিমা বা বিগ্ৰহ বহনত ; অথবা ধ্বজ বহনত বা নাচন-কাচনত। উৎসৱ-আচৰণত সন্তুষ্টি, মংগল কামনা আদি ভাব প্ৰকাশ পায়—খোৱা-লোৱা আদিৰ জৰিয়তে।

উপৰোল্লিখিত আচৰণৰ সমষ্টিয়েই উৎসৱ। উৎসৱ-অনুষ্ঠানৰ ধাৰণাত গুণাত্মকৰপৰা মূৰ্ত আচৰণৰ দিশে গতি কৰাৰ প্ৰৱণতা বৰ্তমান থাকে। চমুকৈ ক'বলৈ গ'লে উৎসৱ-অনুষ্ঠান অতিকৈ জটিল আৰু অত্যাৱশ্যকীয় সামাজিক ব্যাপাৰ (Social phenomenon)।

## উৎসৱ-অনুষ্ঠানৰ সামাজিক প্ৰকাৰ্য্য ঃ

উৎসৱ-অনুষ্ঠান উদ্‌যাপনৰ জৰিয়তে জনসাধাৰণৰ শক্তিৰ অপচয় হয় বুলি বহুতে আক্ষেপ কৰিলেও ইয়াৰ সুকাৰ্য্যাৱলী একোতে মুই কৰিব নোৱাৰি। উৎসৱ-অনুষ্ঠানৰ প্ৰকাৰ্য্যাৱলী বহলভাৱে দুভাগত ভগাব পাৰি; যেনে: (ক) বাস্তৱিক (Positive) আৰু (খ) নঞাৰ্থক (Negative)। বাস্তৱিক কাৰ্য্যাৱলীকো বিভিন্ন ভাগত ভগাব পাৰি, যেনে: (i) সংস্কৃতিৰ প্ৰতিফলন, (ii) ধৰ্মীয় প্ৰকাৰ্য্যসাধন, (iii) নিষিদ্ধ আৰু অনুমোদিত আচৰণৰ অভিব্যঞ্জন, (iv) আমোদ-প্ৰমোদ বা অৱসৰ বিনোদনত ভূমিকা গ্ৰহণ, (v) বিশ্বাস আৰু কৃত্যৰ প্ৰমাণীকৰণ বা মান্যকৰণত ভূমিকা গ্ৰহণ, (vi) অনানুষ্ঠানিক শিক্ষাপ্ৰদান, (vii) নৈতিক শিক্ষা প্ৰদান, (viii) সমাজীকৰণ, (ix) সমাজ নিয়ন্ত্ৰণ, (x) সামাজিক প্ৰতিবাদ, (xi) প্ৰচাৰ মাধ্যমৰূপে ভূমিকা গ্ৰহণ আৰু (xii) ঐক্য আৰু সম্প্ৰীতিৰ ভাব স্থাপন।

### (i) সংস্কৃতিৰ প্ৰতিফলন ঃ

উৎসৱ-অনুষ্ঠান সামাজিক ব্যাপাৰ, গতিকে সমাজৰপৰা পৃথক বা একান্তীকৰণ কৰি উৎসৱ-অনুষ্ঠানৰ বিচাৰ-বিশ্লেষণ কৰিব নোৱাৰি। উৎসৱ-অনুষ্ঠানৰ বিভিন্ন উপাদান, যেনে: বাচিক কলা, লোকাচাৰৰ লগত জৰিত বিশ্বাস-পদ্ধতি আৰু আচৰণ আদি সামাজিক আচৰণৰ বাহিৰে আন একো নহয়। সামাজিক আচৰণৰ অন্য নাম সংস্কৃতি। গতিকে উৎসৱ-অনুষ্ঠানৰ মাধ্যমেৰে সংস্কৃতিৰ প্ৰতিফলন হোৱাতো স্বাভাৱিক।

### (ii) ধৰ্মীয় প্ৰকাৰ্য্য সাধন ঃ

উৎসৱ-অনুষ্ঠান, কৃত্য-কৰ্মকাণ্ড (rites and rituals) আদি ধৰ্মীয় বিশ্বাসৰ প্ৰত্যক্ষ অভিব্যক্তি মাথোন। ধৰ্মীয় অনুভূতি আৰু

বিশ্বাস যথাৰ্থতে জটিল আচৰণ। জন-গণ-মনে এই জটিল আচৰণ-বোৰ উপলব্ধি কৰিব নোৱাৰে—যদিহে বিশেষ এক মাধ্যমৰ সংযোগত এইবোৰ অভিব্যঞ্জিত নহয়। উৎসৱ-অনুষ্ঠান, কৃত্য আৰু কৰ্মকাণ্ড আদি হ'ল সেই জটিল আচৰণবাজিৰ চাক্ষুষ মাধ্যম যাৰদ্বাৰা ধৰ্মীয় আচৰণাদিক মান্যকৰণ কৰা (Validation) হয়।

উদাহৰণ স্বৰূপে আমি বিহু উৎসৱলৈ আঙুলিয়াব পাৰোঁ। প্ৰজনন-যাদুৰ লগত সম্পৃক্ত বিহু-উৎসৱ বিশেষকৈ নামনি অসমত ধৰ্মীয় অনুষংগৰ জৰিয়তে উত্তৰিত হৈছে। পূজা-হোম, পাঠ-উপাসনা আদি ধৰ্মীয় আচৰণৰ সংযোগত নামনি অসমত বিহু উৎসৱ অনুষ্ঠিত হয়। পূজাৰী, দেউৰী আদিয়ে জনগণৰ হৈ কৃষিৰ প্ৰাচুৰ্য্য কামনা কৰি মাৰি-মৰক বিদূৰণৰ আকাংক্ষা আগত ৰাখি, সন্তানৰ মংগল-ইচ্ছা মনত ৰাখি দেৱ-দেৱীক পূজা কৰে, নৈবেদ্য আগবঢ়ায়। জন-সাধাৰণে শ্ৰদ্ধা-ৰতি-ভক্তিৰে এই পূজা-উপাসনা বা উৎসৱ-অনুষ্ঠানত অংশ গ্ৰহণ কৰে, সেৱা কৰে, নিৰ্মালি গ্ৰহণ কৰে, তেওঁলোকৰ মাজত তেনে প্ৰসংগত কেৱল এটা আদৰ্শই অৰ্থাৎ ধৰ্মীয় আদৰ্শই বিৰাজ কৰে। মুঠতে সমাজৰ আদৰ্শৰাজিক ধৰ্মীয় কৃত্যাদিৰ জৰিয়তে অনুমোদন কৰাৰ পৰিণতি স্বৰূপে সমাজ ব্যৱস্থাও সুৰক্ষিত হয়। ইয়াৰ বাহিৰেও সমাজৰ আচৰণবিধিৰ (code of behaviour) প্ৰসংগতো ধৰ্মীয় কৃত্য বা উৎসৱ-অনুষ্ঠানৰ সুদূৰপ্ৰসাৰী প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। তেনেদৰে সামাজিক আচৰণৰ অনু-মোদনৰ (sanction) প্ৰসংগতো উৎসৱ-অনুষ্ঠানৰ তাৎপৰ্য্যপূৰ্ণ ৰৰঙণি লক্ষ্য কৰিব পাৰি।

### (iii) নিষিদ্ধ আৰু অনুমোদিত আচৰণৰ অভিব্যঞ্জন :

লোকবিদ্যাৰ বিভিন্ন উপাদানৰ ভিতৰত বিশেষকৈ মিথ-লেজেণ্ড সাধুকথা আদিত স্থান পোৱা চৰিত্ৰই এনে কিছুমান কৰ্ম সম্পাদন কৰে যিবোৰৰ জৰিয়তে প্ৰাত্যহিক জীৱনত নিষিদ্ধ বা অনুমোদিত

আচৰণ অভিব্যাঞ্জিত হয়। উৎসৱ-অনুষ্ঠান আৰৌ মিথ-লেজেণ্ড-সাধুকথা আদি আবৃত্তি কৰা বা কোৱাৰ বিশিষ্ট অনুষংগ। গতিকে উৎসৱ-অনুষ্ঠানৰ অনুষংগত আবৃত্তি কৰা বা কোৱা মিথ-লেজেণ্ড-সাধুকথাৰ জৰিয়তে জন-গণ-মনক সামাজিক নিষিদ্ধ আচৰণৰ প্ৰতি সজাগ-সচেতন কৰি তোলা হয় আৰু সামাজিকভাৱে অনুমোদিত আচৰণৰ প্ৰতি তেওঁলোকৰ মন আকৰ্ষণ কৰা হয়।

**(iv) আমোদ-প্ৰমোদ বা অৱসৰ-বিনোদনত ভুমিকা গ্ৰহণ :**

উৎসৱ-অনুষ্ঠানৰ মুখ্য কাৰ্য্যাৱলী হৈছে আজৰিবিহীন লোক-সমাজক একেলগে ৰং-ৰহইছ কৰিবলৈ সুবিধা প্ৰদান। উৎসৱ-অনুষ্ঠানৰ অনুষংগত লোকবিদ্যাৰ বিভিন্ন উপাদান বিশেষকৈ গীত-পদ, সাধুকথা, মিথ, লেজেণ্ড আদি আবৃত্ত হোৱাৰ উপৰিও এইবোৰ অভিনয় কৰি দেখুৱা হয় আৰু ইয়াৰদ্বাৰা কৰ্মব্যস্ত লোকক আনন্দ প্ৰদান কৰিবলৈ প্ৰয়াস কৰা হয়। গতিকে উৎসৱ-অনুষ্ঠানে লোক-জীৱনক আনন্দৰ খোৰাক যোগাই আহিছে।

**(v) ধৰ্মীয় বিশ্বাস আৰু কৃত্যৰ প্ৰমাণীকৰণ বা মান্য-কৰণত ভুমিকা গ্ৰহণ :**

সংস্কৃতিৰ প্ৰমাণীকৰণ বা মান্যকৰণত লোকবিদ্যাৰ বিভিন্ন উপাদানবোৰৰ ভূমিকা অৰ্থপূৰ্ণ। বিশ্বাস বা প্ৰত্যয় (belief) কোনো আদৰ্শমূলক সিদ্ধান্তৰ বুনিয়াদ। প্ৰযত্ন-ক্ৰটীৰ (trial and error) সংশ্লেষণৰ জৰিয়তে পূৰ্ববৰ্তী উপাদানৰ আধাৰত উদ্ভৱ হোৱা প্ৰতীকী আচৰণেই বিশ্বাস বা প্ৰত্যয়।[১১] সাধাৰণতে বিশ্বাস বা প্ৰত্যয়ৰ আধাৰত জন্ম হয় ধৰ্মীয় কৃত্যাদিৰ। আদিম ধৰ্মই হওক কিম্বা আধুনিক ধৰ্মই হওক মুলতঃ ই বিশ্বাস আৰু কৃত্যৰ ওপৰত প্ৰতিষ্ঠিত।

১১. Richard T. Lapiere : *Sociology*, P. 274

ধৰ্মীয়কৃত্য, কৰ্মকাণ্ড, উৎসৱ-অনুষ্ঠান আদিৰ লগত মিথ জৰিত হৈ থাকে। মিথবোৰ যথাৰ্থতে মেজিক, উৎসৱ, কৃত্য আৰু কৰ্মকাণ্ড তথা সামাজিক সংযুতিৰ চনদ বা পথ নিৰ্দেশক গ্ৰন্থ (guide book) নাইবা হুকুমনামা। মালিনৌৱচ্‌কিৰ ভাষাত: "Myth serves as a warrant, a charter and often even a practical guide".[১২] পৰম্পৰাক অধিক শক্তিশালী কৰাৰ বাহিৰেও ইয়াৰ ওপৰত অত্যধিক গুৰুত্ব আৰু মৰ্য্যাদা আৰোপ কৰে মিথে: "The function of myth, briefly, is to strengthen tradition and endow it with a greater value and prestige by tracing it back to a higher, better, more supernatural reality of initial events."[১৩]

সত্যনাৰায়ণ-পূজা, মনসা বা মাৰৈ-পূজা বা বৰমানী-পূজা, দুৰ্গা-পূজা আদিৰ লগত সম্পৃক্ত মিথবোৰ উক্ত পূজাসমূহৰ চনদ আৰু 'গাইড বুক' স্বৰূপ। পূজা-পৰম্পৰাক এই মিথবোৰে অধিক শক্তিশালী কৰাৰ উপৰিও ইয়াত মৰ্য্যাদা আৰোপ কৰিছে। গৃহীত বা স্বীকৃত প্ৰতিমানৰ বিৰুদ্ধে অসন্তুষ্টি বা সন্দেহ প্ৰৱণতাই গা কৰি উঠিলে অথবা এই প্ৰতিমানক কোনোবাই ধৰ্মীয় নে ধৰ্মনিৰপেক্ষ বুলি প্ৰশ্ন তুলিলে মিথ, লেজেণ্ড আদিয়ে উক্ত প্ৰতিমানৰ প্ৰমাণীকৰণ বা মান্যকৰণত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে।

### (vi) অনানুষ্ঠানিক শিক্ষা-প্ৰদান:

জ্ঞানৰ অভিজ্ঞাপ্লন উৎসৱ-অনুষ্ঠান আদিৰ লেখিয়া লোক-সাংস্কৃতিক সমলৰ উল্লেখযোগ্য সামাজিক প্ৰকাৰ্য্য। দৰাচলতে সংস্কৃতি অভিজ্ঞাপনিক তথ্যৰ সমষ্টি মাথোন। উৎসৱ-অনুষ্ঠানত অভিব্যঞ্জক কলা, লোকাচাৰ, বিশ্বাস-সংস্কাৰ আদি সংস্পৃক্ত হৈ থাকে। এই

১২. B. Malinowski: *Myth in Primitive Psychology*, P, 29

১৩. *Ibid*, PP. 91-92

প্ৰসংগত জনসাধাৰণে পৰিধান কৰা পৰম্পৰাগত পোছাক-পৰিচ্ছদ, খাদ্যদ্ৰব্য, বাদ্য-বাজনা, পৰিৱেশ্যকলা আদি উৎসৱৰ বহিঃ আচৰণে অংশ গ্ৰহণকাৰীসকলৰ অন্তৰত জাতীয়ভাব আৰু সাংস্কৃতিক চেতনাৰ সঞ্চাৰ কৰে।

ধৰ্মীয়কৃত্য আৰু কৰ্মকাণ্ড, উৎসৱ-অনুষ্ঠান আদিৰ প্ৰসংগত মহিলা-সকলে বিভিন্ন গীত-পদ আবৃত্তি কৰে, পূজাৰীয়ে বিভিন্ন দেৱ-দেৱীৰ লগত জৰিত সৃষ্টিমূলক মিথ, মন্ত্ৰ আদি আবৃত্তি কৰে ; ওজাপালিয়ে বিভিন্ন মিথ, জনশ্ৰুতি আদি নৃত্য-অভিনয়সহ আবৃত্তি কৰে। ওজাপালিয়ে প্ৰবচন, লোকোক্তি, সাঁথৰ আদি সাৰ্থকভাৱে প্ৰয়োগ কৰে। পুতলানাচ, খুলীয়াভাউৰীয়া বা ভাৱৰীয়া, ঢুলীয়া, নামুৱৈ আদিয়ে পৌৰাণিক কাহিনী এːকোটিক চাক্ষুষৰূপ দিয়ে অভিনয়ৰ মাধ্যমেৰে। এইদৰে আখৰ লিখিব নজনা লোকসকলে নৈতিক, দাৰ্শনিক, ঐতিহাসিক, ধৰ্মীয়, আধ্যাত্মিক আদি নানা বিষয়ৰ শিক্ষা আৰু জ্ঞান লাভ কৰিবলৈ সক্ষম হয়।

### (vii) নৈতিক শিক্ষা-প্ৰদান :

লোকবিদ্যাৰ বিভিন্ন সামাজিক প্ৰকাৰ্য্যৰ ভিতৰত নৈতিক শিক্ষা (ethical knowledge) প্ৰদান বিশেষভাৱে উল্লেখযোগ্য। ধৰ্মীয়কৃত্য, কৰ্ম-কাণ্ড, উৎসৱ-অনুষ্ঠানাদিৰ লগত সম্পৃক্ত বিশ্বাস বা প্ৰত্যয়ৰ প্ৰভাৱ মানৱ-আচৰণ (human behaviour) আৰু সমাজ-ব্যৱস্থাত অতিকে গভীৰ। মানৱ-আচৰণৰ নৈতিক মানকবোৰৰ পদ্ধতি বিশেষৰ নামান্তৰ নীতিশাস্ত্ৰ।[১৪] পৃথিৱীৰ বিভিন্ন সংস্কৃতিত অৱশ্যে এই মানকবোৰ একে ধৰণৰ নহ'ব পাৰে ; কিন্তু বিভিন্ন সমাজত উদ্‌যাপিত উৎসৱ-অনুষ্ঠান আদিয়ে সামাজিকভাৱে গ্ৰহণযোগ্য আচৰণবাজি সমৰ্থন কৰে অথবা সবল কৰে। তেনেক্ষেত্ৰত ধৰ্মীয়

১৪. "Ethics is commonly defined as a system of moral standards of conduct."

A. D. W. Malefijt : *Religion and Culture*, P. 290

আচৰণৰ প্ৰসংগত নৈতিক আৰু অনৈতিকৰ প্ৰশ্ন উঠিব নোৱাৰে। ডাৰখেইমৰ (Durkheim) দৃষ্টিত সমাজৰ নৈতিক সংযম আৰু ধৰ্মীয় পদ্ধতি মূলতঃ অভিন্ন।[১৫]

জীৱন-বৃত্তৰ লগত জৰিত বিভিন্ন কৃত্য বা উৎসৱত গেয় গীত-পদ-বোৰ নৈতিক শিক্ষাৰে সমৃদ্ধ; বিশেষকৈ উপনয়ন আৰু বিৱাহৰ অনুষংগত পোৱা গীত-পদত ব্ৰতীৰ পালনীয় কাৰ্য্যাৱলী আৰু কৰ্তব্যাদি, দৰা-কন্যাৰ পাৰস্পৰিক কৰ্তব্য আৰু দায়িত্ববোধ, ব্ৰতী আৰু দৰা-কন্যা উভয়ৰে সমাজৰ প্ৰতি থকা দায়িত্ববোধ, বৈৱাহিক জীৱনৰ নৈতিক আদৰ্শ আদিৰ শিক্ষাও এই গীত-পদবোৰৰ জৰিয়তে অনুৰণিত হোৱা দেখা যায়।

উৎসৱ-অনুষ্ঠানৰ অনুষংগত ওজাপালি অনুষ্ঠানে আবৃত্তি কৰা গীত-পদৰ জৰিয়তে নিৰক্ষৰ গঞা ৰাইজে পাপ-পুণ্য, স্বৰ্গ-নৰক, সৎ-অসৎ, ভাল-বেয়া, সঁচা-মিছা, শান্তি-অশান্তি, ধৰ্মৰ জয় তথা অধৰ্মৰ পৰাজয় আদি বিষয়ক নানা নৈতিক শিক্ষা লাভ কৰিবলৈ সমৰ্থ হয়।

### (viii) সমাজীকৰণ:

উৎসৱ-অনুষ্ঠানৰ আন এটি উল্লেখযোগ্য সামাজিক প্ৰকাৰ্য্য হৈছে—সমাজীকৰণ। সমাজীকৰণ এক গুৰুত্বপূৰ্ণ সামাজিক প্ৰক্ৰিয়া। এই প্ৰক্ৰিয়াৰ জৰিয়তে কোনো এক ব্যক্তি তেওঁৰ সমাজৰ লগত সংহতিত (integrated) হ'বলৈ সক্ষম হয়।[১৬] কোনো এখন সমাজৰ আচৰণৰ অনুকূলে সেই সমাজৰ অসামাজিক আচৰণ বিশিষ্ট ব্যক্তিবিশেষৰ আচৰণৰ পৰিবৰ্তন সমাজীকৰণ প্ৰক্ৰিয়াৰ বিশেষ ফলশ্ৰুতি। সমাজীকৰণ প্ৰক্ৰিয়াৰ জৰিয়তে ব্যক্তিবিশেষৰ অপ্ৰকাশক শক্তি তুলনামূলকভাৱে জটিল আচৰণৰ লগত সম্পৃক্ত হোৱাৰ অনুকূলে পৰিবৰ্তিত হ'বলৈ বাধ্য হয়।

---

১৫. Emile Durkheim : *The Elementary Forms of the Religious Life*, pp. 236-39

১৬. H. J. Herkovits : *Cultural Anthropology*, P. 325

সামাজিক প্ৰমূল্যৰ দিশ অনুসৰি ব্যক্তিৰ শক্তি পৰিচালিত হোৱাৰ ফলস্বৰূপে সামাজিক ব্যক্তিত্ব প্ৰতিষ্ঠিত হয়। সমাজীকৰণ প্ৰক্ৰিয়াত সামাজিক হেঁচাৰ (Social Pressure) অব্যাহত প্ৰয়োগ উপলব্ধি কৰিব পাৰি। সামাজীকৰণ প্ৰক্ৰিয়াৰ ভূমিকা কোনো ব্যক্তিৰ কেৱল শিশুকালতে সীমিত বুলি ক'লে ভুল কৰা হ'ব, কাৰণ বৃদ্ধকাল আনকি মৃত্যুকাল পৰ্য্যন্ত ইয়াৰ অব্যাহত ক্ৰিয়া চলি থাকে।[১৭]

বিভিন্ন উৎসৱ-অনুষ্ঠানৰ লগত সম্পৰ্কযুক্ত বিভিন্ন গীত-পদ, আনুষ্ঠেয়কলা, মিথ-লেজেণ্ড-সাধুকথা আদিয়ে সমাজীকৰণ প্ৰক্ৰিয়াৰ প্ৰসংগত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। তেনেদৰে উৎসৱ-অনুষ্ঠানৰ লগত জৰিত ধৰ্মীয় কৃত্যাদিত অংশ গ্ৰহণ কৰি মানুহে সমাজৰ প্ৰতিদৰ্শ আচৰণৰ অনুকূলে ব্যক্তিগত আচৰণ উত্তৰণ কৰি সমাজ জীৱনৰ লগত একীভূত হোৱাৰ আদৰ্শ লাভ কৰে।

(ix) সমাজ নিয়ন্ত্ৰণ :

লোকসংস্কৃতিৰ সামাজিক প্ৰকাৰ্য্যৰ ভিতৰত সামাজিক নিয়ন্ত্ৰণ (অৰ্থাৎ Social control) উল্লেখযোগ্য। মানৱৰ জৈৱিক প্ৰকৃতিয়ে সময়ে সময়ে সমাজৰ দ্বাৰা অনুমোদিত আচৰণৰ বিৰুদ্ধাচৰণ কৰাৰ প্ৰৱণতা প্ৰকাশ কৰা দেখা যায়। অন্যহাতে সমাজৰ প্ৰত্যেকজন সদস্যই সমাজৰ পৰম্পৰা আৰু আদৰ্শ অক্ষুণ্ণভাৱে ৰক্ষা কৰিবলৈও সফল চেষ্টা চলোৱা দেখা যায়। সময়ে সময়ে দুই-চাৰিজন ব্যক্তিয়ে নিজৰ আদৰ্শ, নৱঅন্তৰ্দৃষ্টি, পৰিকল্পনা আৰু নৈতিক বিধানেৰে সাংস্কৃতিক প্ৰবাহক সমৃদ্ধ কৰিবলৈও অশেষ যত্ন কৰে। ক্ষেত্ৰবিশেষে ব্যক্তিৰ মৌলিক চিন্তাই সমাজ-জীৱনত পৰম্পৰাগতভাৱে প্ৰচলিত মূল্যবোধৰ সম্পূৰ্ণ বিপৰীতে কাম কৰিবলৈ সচেষ্ট হয়। তেওঁৰ অভিনৱ প্ৰকাশ ক্ষমতাই সমাজৰ পৰম্পৰাগত সংবেদনশীলতাক

১৭. John J. Honigmann : *Understanding Culture*, P. 287

কম্পিত কৰে। মানৱমাত্ৰেই ভুল-ক্ৰটীৰ সন্মুখীন হোৱা স্বাভাৱিক। ভুল-ক্ৰটিৰ দ্বাৰা স্বাভাৱিকতে সমাজৰ গতি আক্ৰান্ত হয়।

ধৰ্মীয়কৃত্য, উৎসৱ-অনুষ্ঠান আৰু ইয়াৰ লগত জৰিত গীত-পদ, পৰিৱেশ্যকলা, প্ৰবচন-সাঁথৰ আদিয়ে সামাজিক নিয়ন্ত্ৰণত অৰ্থপূৰ্ণ অৰিহণা যোগাব পাৰে। ধৰ্মীয়কৃত্য, কৰ্ম-কাণ্ড, উৎসৱ-অনুষ্ঠান আদিৰ অন্তৰালত বিশ্বাস-পুঞ্জীভূত হৈ আছে যে, অত্যাচাৰ-উৎপীড়ন, ঘৃণা-লোভ-বাসনা-অহংকাৰ আদি অসামাজিক আচৰণে আই বসুমতীক বিক্ষুব্ধ কৰে আৰু ইয়াৰ পৰিণতিত অনাবৃষ্টি, আকাল, মাৰি-মৰক আদি সংঘটিত হ'ব পাৰে। পৰিৱেশ্য কলাৰ জৰিয়তে অনুষ্ঠিত মিথ-বৰ্ণনে সামাজিকক আত্মনিয়ন্ত্ৰণ তথা সমাজ নিয়ন্ত্ৰণৰ প্ৰতি সজাগ কৰি তোলে। এই প্ৰসংগত মনত ৰখা উচিত হ'ব যে, সামাজিক-নিয়ন্ত্ৰণত 'মিথ'ৰ ভূমিকা অবিসম্বাদিত। পাপত লিপ্ত হোৱা বাবে পৌৰাণিক চৰিত্ৰৰ ক্ষেত্ৰত পৰিদৃষ্ট হোৱা পৰিণতিয়ে লোকজীৱনক সুপথে পৰিচালিত হ'বৰ বাবে অনুপ্ৰেৰণা যোগায়। সামাজিক নিয়ন্ত্ৰণত বিভিন্ন বিশ্বাস, অভিবৃত্তি, প্ৰবচন, লোকোক্তি, সাঁথৰ আদিৰ ভূমিকা সুদূৰপ্ৰসাৰী।

## (x) সামাজিক প্ৰতিবাদঃ

উৎসৱ-অনুষ্ঠানৰ সামাজিক প্ৰকাৰ্য্যসমূহৰ ভিতৰত সামাজিক প্ৰতিবাদৰ স্থানো মন কৰিবলগীয়া। উৎসৱৰ লগত মিথ-লেজেণ্ড-সাধুকথা, গীত-পদ, লোকোক্তি জৰিত। জনসাধাৰণৰ ক্ৰোধ, বিদ্বেষ, প্ৰতিবাদ আদি উপৰোল্লিখিত বাচিক কলাৰ সংযোগত মূৰ্ত্ত হৈ উঠে।

বিভিন্ন ধৰ্মীয়কৃত্য, কৰ্মকাণ্ড, উৎসৱ আদিৰ অন্তৰালতো প্ৰতিবাদৰ বীজ নিহিত হৈ থাকে। অসামাজিক অথবা পৰম্পৰাগত সামাজিক ৰীতি-নীতি অনুসৰি অনুমোদন কৰিব নোৱাৰা বেশ-ভূষা পৰিধানকাৰী অথবা ব্ৰতাদি পালন নকৰাকৈ ধৰ্মীয়কৃত্য বা উৎসৱত

অংশ গ্ৰহণ কৰিবলৈ অহা অংশগ্ৰহণকাৰীসকলৰ বিৰুদ্ধে সামাজিক-ভাৱে প্ৰতিবাদ কৰা দেখা যায়। ধৰ্মীয়কৃত্য বা উৎসৱৰ অনুষংগত অনুষ্ঠিত পৰিৱেশ্যকলা বিশেষকৈ ওজাপালি, নাগাৰানাম, পালনাম আদি অনুষ্ঠানৰ জৰিয়তে গোৱা মিথ আদিৰ সংযোগত দেৱ-চৰিত্ৰ বা মানৱ-চৰিত্ৰই কৰা অসামাজিক কৰ্মৰ বিৰুদ্ধে প্ৰতিবাদ কৰাৰ মানসিকতা এনেবোৰ মিথ শ্ৰৱণৰ জৰিয়তে জনসাধাৰণে লাভ কৰে। ইয়াৰ বিপৰীতে ভাল আৰু সৎকামৰ অনুকূলে সামাজিক অনুমোদন (Social approval) কৰাৰ আদৰ্শও এনে ধৰণৰ মিথ বা পুৰাণ-কথাৰ আবৃত্তিৰ মাধ্যমেৰে জনসাধাৰণে লাভ কৰে।

### (xi) প্ৰচাৰ মাধ্যমৰূপে ভূমিকা গ্ৰহণ :

লোকবিদ্যা বিশেষকৈ প্ৰকাৰ্য্যাত্মক লোকবিদ্যাই (Functional folklore) জনগণৰ মাজত প্ৰচাৰৰ বিশিষ্ট মাধ্যমৰূপে ভূমিকা গ্ৰহণ কৰি আহিছে। প্ৰকাৰ্য্যাত্মক লোকবিদ্যাৰ পৰিসৰে ওজাপালি, পুতলানাচ, ঢুলীয়া, খুলীয়া-ভাউৰীয়া, বহুৱা অনুষ্ঠান, কুশানগান, ভাৰীগান বা ভাও-গান আদিক সামৰে। উৎসৱ-অনুষ্ঠানে আকৌ এনে ধৰণৰ প্ৰকাৰ্য্যাত্মক লোকবিদ্যাৰ বিশিষ্ট অনুষংগৰূপে প্ৰকাৰ্য্য সাধন কৰে। এই লেখিয়া অনুষ্ঠানৰ মাধ্যমেৰে কোনো এটা বিশেষ কাৰ্য্যসূচীৰ প্ৰতি জনগণৰ মনোযোগ আকৰ্ষণ কৰিব পাৰি ; অৰ্থাৎ এইবোৰ অনুষ্ঠানক প্ৰচাৰ-মাধ্যমৰূপে প্ৰয়োগ কৰিব পাৰি। পৰিয়াল-পৰিকল্পনা, সামাজিক বননিকৰণ, অধিকশস্য উৎপাদন, বিস্তৃত গো-সম্পদ পালন, সাম্প্ৰদায়িক সম্প্ৰীতি আদিৰ নিচিনা কাৰ্য্যসূচীৰ প্ৰতি জন-গণ-মনক সজাগ কৰা হয় উৎসৱ-অনুষ্ঠানৰ মাধ্যমেৰে।

### (xii) ঐক্য আৰু সম্প্ৰীতিৰ ভাব স্থাপন :

উৎসৱ-অনুষ্ঠানৰ সামাজিক প্ৰকাৰ্য্যসমূহৰ ভিতৰত সামাজিক

সংহতি স্থাপন অন্যতম। পৰস্পৰৰ মাজত গ্ৰহণ কৰিব পৰা বিশ্বাস-সমূহৰ ভিতৰত ধৰ্মীয় বিশ্বাসে বিভিন্ন শ্ৰেণীৰ লোকক একেখন মঞ্চত একত্ৰিত হ'বৰ বাবে উপযুক্ত পৰিৱেশ ৰচনা কৰে। সমাজৰ অধিক সংখ্যক সদস্যই গ্ৰহণ কৰা ধৰ্মই সমাজৰ প্ৰত্যেকজন ব্যক্তিৰ মাজত পাৰস্পৰিক বুজাবুজিৰ ভাৱ সৃষ্টি কৰিব পাৰে।[১৮]

ধৰ্ম আৰু ধৰ্মীয়কৃত্যৰ ওপৰত প্ৰতিষ্ঠিত উৎসৱ-অনুষ্ঠান আদিয়ে সামাজিক সংহতি স্থাপনত যুগে যুগে তাৎপৰ্য্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। সমাজৰপৰা অপশক্তি নিষ্ক্ৰমণ কৰিবলৈ, কল্যাণকামী শক্তিক আদৰিবলৈ, বৃষ্টি আনয়নৰ যাদু উৎসৱৰ মাধ্যমত প্ৰয়োগ কৰিবলৈ, আই ধৰিত্ৰীক শস্যসম্ভৱা কৰিবলৈ সমৱেত হোৱা সৰ্বশ্ৰেণীৰ লোকৰ মাজত ভাৱৰ আদান-প্ৰদান হোৱাৰ পৰিণতিত পৰস্পৰৰ মাজত সৌহাৰ্দ্যৰ ভাব প্ৰতিষ্ঠিত হয় আৰু এইদৰে সমাজৰ বিভিন্ন-জনৰ মাজত ঐক্য আৰু সংহতি স্থাপিত হয়।

## (খ) নঞাৰ্থক প্ৰকাৰ্য্য :

উৎসৱ-অনুষ্ঠানৰ নঞাৰ্থক প্ৰকাৰ্য্য (Negative function) নোহোৱা নহয়। উৎসৱ উপলক্ষে জনসাধাৰণে টকা-পইচা খৰচ কৰি কাপোৰ-কানি, পোছাক-পৰিচ্ছদ আদি কিনে আৰু খাদ্যসামগ্ৰীও সংগ্ৰহ তথা প্ৰস্তুত কৰে। ইয়াৰ ফলত বজাৰ-সমাৰ বা মেলাৰ অৱস্থা ভাল হয়। অন্যহাতে উৎসৱ-অনুষ্ঠানত লাগি থকা বাবে জনসাধাৰণে কামৰপৰা অব্যাহতি লয় আৰু সঞ্চিত ধন খৰচ কৰে। পৰিণতিত জনসাধাৰণৰ অৰ্থনৈতিক দিশত বেয়াকৈ আঘাত পৰে। ৰাজ্যিক উৎসৱ-অনুষ্ঠানবোৰ প্ৰায়ে ৰাজনৈতিক উদ্দেশ্য আগত ৰাখি উদ্‌যাপন কৰা দেখা যায়।

১৮. Elizabeth J. Wilkins : *An Introduction to Sociology*, P. 267

## বাসন্তিক উৎসৱ ঃ

সাধাৰণতে ফাগুন, চ'ত আৰু বহাগ এই তিনি মাহক বসন্তকাল বুলিব পাৰি আৰু এই সময়ছোৱাৰ ভিতৰত অনুষ্ঠিত উৎসৱ-অনুষ্ঠান-সমূহক বাসন্তিক উৎসৱ বা বসন্তোৎসৱ আখ্যা দিয়া হয়। বাসন্তিক উৎসৱসমূহ বিশেষ এটা ঋতুত উদ্‌যাপিত হয়, সেইবাবে এই উৎসৱ-সমূহক ঋতুকালীন উৎসৱ বুলিলেও ৰক্ষিতা খায়। দ্বিতীয়তে, বসন্তোৎসৱসমূহ কম-বেছি পৰিমাণে কৃষিৰ লগত জৰিত, গতিকে এই উৎসৱসমূহ কৃষি-উৎসৱ ৰূপেও পৰিচিত।

অসমৰ জনজাতীয় আৰু অজনজাতীয় সকলো জনগোষ্ঠীৰ মাজত উলহ-মালহৰে উদ্‌যাপিত ৰঙালী বা বহাগবিহু নিশ্চিতভাৱে বাসন্তিক উৎসৱ। অসমীয়া সংস্কৃতিৰ অন্যতম প্ৰধান অংগ বিহু উৎসৱৰ জন্ম, বিকাশ আৰু অগ্ৰগতিত বিভিন্ন ভাষা গোষ্ঠীৰ সাংস্কৃতিক প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। কৃষিৰ প্ৰাচুৰ্য্য কামনা, আই বসুমতীৰ উৰ্ব্বৰতা বৃদ্ধি, নৱবৰষক স্বাগতম জনোৱা আদিয়েই বিহু উৎসৱৰ অন্যতম লক্ষ্য। ভাৰতীয় সংস্কৃতিৰ পটভূমিত বিহু উৎসৱৰ উদ্ভৱ আৰু বিকাশ হোৱা স্বাভাৱিক। অৱশ্যে অসমৰ প্ৰসংগত বিহু-উৎসৱৰ শ্ৰীবৃদ্ধিত চিনীয়-তিব্বতো মংগলয়ডৰ সাংস্কৃতিক সমলৰ ভূমিকা তাৎপৰ্য্যপূৰ্ণ। 'বিহু' শব্দৰ উদ্ভৱ আৰু বিকাশ সম্পৰ্কে বিভিন্নজনে বিভিন্ন মত আগবঢ়ালেও এইটো সত্য যে, সংস্কৃত 'বিষুৱৎ' শব্দৰ পৰা 'বিহু' শব্দৰ উদ্ভৱ হৈছে। বৈদিক 'বিষুৱন' পদৰ অৰ্থৰ পৰিসৰে এবছৰ ব্যাপী অনুষ্ঠিত হোৱা 'সত্ৰ' বা 'যজ্ঞ'ৰ মাজৰ দিনটোক বুজায় অৰ্থাৎ দিন আৰু ৰাতিৰ প্ৰায় সমান হোৱা দিন-টোৱেই 'বিষুৱৎ' ৰূপে পৰিচিত।[১১] এই দিনটোতেই গৰু-ম'হ আদি সংগ্ৰহৰ অৰ্থে আৰু পোহনীয়া জন্তুৰ মংগল কামনা কৰি সূৰ্য্যদেৱতাক স্তুতি কৰা হৈছিল। দ্বিতীয়তে, এই দিনটোতেই মাটিৰ উৰ্ব্বৰতা আৰু শস্যবৃদ্ধিৰ অৰ্থে সূৰ্য্যদেৱতাক সন্তুষ্ট কৰিবলৈ এটি উৎসৱ

১১. ঐতৰেয় ব্ৰাহ্মণ, ১১।৭।১৫

উদ্‌যাপন কৰিছিল। এই উৎসৱটো 'গোৱময়ন' নামেৰে প্ৰখ্যাত।[২০] 'বিষু' শব্দৰ অৰ্থ সংস্কৃতত দুটা সমান অংশ। তেনেদৰে 'বিষুৱন্' পদৰ আভিধানিক অৰ্থ 'বিষুৱ ৰেখা' আৰু ব্যঞ্জনাৰ্থ যজ্ঞ-সত্ৰৰ মধ্য দিনটো। অসমীয়া ভাষাত প্ৰচলিত 'বিহু' [ বিহু<সং বিষু ] পদটিৰ প্ৰকাৰ্য্যৰ লগত বৈদিক 'বিষুৱন্' পদৰ প্ৰকাৰ্য্যৰ মিল লক্ষ্য কৰা যায়, যিহেতু বিহু উৎসৱতো বিভিন্ন ধৰ্মীয়কৃত্য উদ্‌যাপিত হোৱাৰ বাহিৰেও গৰু-ম'হ আদি পোহনীয়া জন্তুৰ মংগল আৰু কল্যাণ কামনা কৰি অগ্নি আদি দেৱতাক প্ৰাৰ্থনা কৰা হয়। বৈদিক দেৱতা অগ্নিৰ লগত সূৰ্য্য আৰু বিষ্ণু অভিন্ন। গতিকে সূৰ্য্য-উপাসনাই যে অগ্নি-উপাসনা আৰু অগ্নি-উপাসনাই যে বিষ্ণু-উপাসনা ৰূপে কল্প সলাইছে তাত সন্দেহ নাই। এই দৃষ্টিভংগীৰ ফালৰপৰা অতি সহজে অনুমান কৰিব পাৰি যে, বৈদিক 'গোৱময়ন' উৎসৱেই ৰূপান্তৰিত হৈ বিহু উৎসৱৰূপে আত্মপ্ৰকাশ কৰিছে :

উজনি অসমত 'বিহু' নামনি অসমত 'দোমাহী', 'দোমাসী', 'ছুমেহী', 'ছুম্‌হী' আৰু অবিভক্ত গোৱালপাৰাত 'বিসুৱা' আদি নামেৰে পৰিচিত ৰঙালী বিহু উজনি অসমত বিশেষভাৱে ধৰ্মীয়কৃত্য আৰু নৃত্য-গীতেৰে আৰু নামনি অসমত ধৰ্মীয়কৃত্যেৰে উদ্‌যাপিত হয়। চ'ত মাহৰ শেষৰ দিনটোত অৰ্থাৎ চৈত্ৰ সংক্ৰান্তিত বহাগ বিহু বা ৰঙালী বিহু অনুষ্ঠিত হৈ সাত দিন পৰ্য্যন্ত থাকে অৰ্থাৎ বহাগ মাহৰ ষষ্ঠ দিনত ৰঙালী বিহুৰ সামৰণি পৰে। অবিভক্ত কামৰূপ আৰু নৱগঠিত দৰং জিলাত গোটেই বহাগ মাহটোতেই ৰঙালী বিহুৰ উৎসৱ-অনুষ্ঠান চলে। পৰম্পৰামতে ৰঙালী বিহু সাতদিন পৰ্য্যন্ত থাকে। অঞ্চল বিশেষে এই সাত বিহুৰ নাম বেলেগ বেলেগ। সাধাৰণভাৱে এই সাত বিহুৰ নাম এনে ধৰণৰ : গৰু বিহু, মানুহ বিহু, হাত বিহু, চেনেহী বিহু, মাহকী বিহু, ৰঙালী বিহু আৰু ছেৰা বিহু। বৰো-

---

২০. উ. গ্ৰ., ৪।১৮।৬

কছাৰীসকলৰ মাজতো ৰঙালী বিহু অৰ্থাৎ বৌসাগুৰ সাতদিন—মগৌ (গৰু বিহু), মানসৈ দোমাহী (মানুহ বিহু), মৌমা (কুকুৰ বিহু), অমা (গাহৰি বিহু), দাওনী (কুকুৰা বিহু), হাঁহ আৰু চৰাই-চিৰকতিৰ বিহু আৰু আলহী-অতিথিক আপ্যায়িত কৰা বিহু ৰূপে জনা যায়। নামনি অসমত বহাগৰ ষষ্ঠ দিনত 'বিহু-ভাঙা' বুলি কোৱা হয়।

ৰঙালী বিহুৰ সময়ত পৰম্পৰাগতভাৱে চলি অহা বিবিধ সামাজিক আৰু ধৰ্মীয় বিশ্বাসৰ আধাৰত জন্ম হোৱা নানা আচাৰ আৰু কৃত্য অনুষ্ঠিত হয়। এইবোৰৰ ভিতৰত প্ৰথম বিহুৰ দিনা ৰাতিপুৱা দীঘলতি, লাউ-বেঙেনা আদিৰে গৰু ধুওৱা আৰু সেইদিনা গধূলি গোহালীত জাগ দিয়া আৰু প্ৰতিটো গৰুক নতুন পঘাৰে বিহুৱান দিয়া আদিয়েই উল্লেখযোগ্য। নিজৰ পৰিয়ালৰ সকলোকে নতুনকৈ বোৱা গামোচাৰে বিহুৱান দিয়াৰ বাহিৰেও অঙহী-বঙহী আৰু চেনেহৰজনক এনে বিহুৱান দিয়া হয়—আগন্তুক বছৰটোৰ বাবে মংগল আৰু কল্যাণ কামনা কৰি। গৰুৰ গাধুওৱা, নতুন পঘা দিয়া আৰু গামোচাৰে বিহুৱান দিয়া আদি আচাৰ যাদুমূলক।

উজনি অসমত ৰঙালী বিহুৰ অনুষংগত ঘৰুৱা আৰু সামূহিক-ভাৱে (নামঘৰ, সত্ৰ আদিত) ধৰ্মীয়কৃত্য সম্পন্ন কৰা হয় আৰু ইয়াৰ পিছত পথাৰত ডেকা-গাভৰুসকলে যৌৱনৰ নাচ নাচে। পৰম্পৰামতে বিহু-নৃত্যত ডেকা-গাভৰুসকলে একেলগে নানাচে, বেলেগ বেলেগকৈহে নাচে। বিহুগীত গোৱাৰ প্ৰসংগত ঢোল-পেপা, টকা, গগনা, শিঙা, তাল আদি বাদ্য যন্ত্ৰ সংগত কৰা হয়। বিহুগীত গাওঁতে হাতত চাপৰি মাৰি তাল ৰাখিবলৈ যত্ন কৰে। গীতৰ লগে লগে যৌনগন্ধী অংগী-ভংগী আৰু গতিৰে সৈতে ডেকা বা গাভৰুসকলে নৃত্য কৰে। বিহুগীত বা বিহুনামবোৰ প্ৰায়ে দ্বৈত সংগীতমূলক (antiphonal)। যেনে:

গাভৰু : "ভাটীলৈ ভটীয়াই নেযাবা কেঁচা সোণ
নেলাগে বেপাৰৰ ধন,
ঘৰতে থাকিবা ৰামায়ণ পঢ়িবা
শুনিযে থাকিবৰ মন ॥"

ডেকা : "তুমি কৰি যাবা ৰোৱণী দায়নী
মইনো কৰি যাম হাল,
তুমি লগাই ল'বা বিহুৰে গামোচা
মইনো পাতি দিম ঐ শাল ॥"

অসমত প্ৰচলিত বিহুনাচ কেইটামান সুনিৰ্দিষ্ট প্ৰতিমান (fixed pattern) বিশিষ্ট আৰু ই যৌনমূলক। প্ৰাচীনকালৰ বসন্তকালীন উৰ্বৰতাবাদৰ (fertility cult) লগত ইয়াৰ সম্পৰ্ক স্পষ্ট। নাচনিয়াৰ বা নাচনীবিলাকৰ প্ৰত্যেকে পোনতে তেওঁলোকৰ হাত দুখন নিতম্বৰ উপৰ ভাগত ৰাখি মধ্য শৰীৰ আন্দোলিত কৰে আৰু লাহে লাহে হাত দুখন বহলাই মেলি দি প্ৰবলভাৱে নিতম্ব আৰু বক্ষ অঞ্চল পাছলৈ ঠেলি গীত, বাদ্য আৰু চাপৰিৰ তালে তালে নাচে।[২১] বিহুনৃত্যৰ লগত জৰিত খোজ বা বুলন (Step)বোৰ বৰ বিশেষ আকৰ্ষণীয় নহয়, কিন্তু নিতম্ব অঞ্চলৰ কম্পন, বাহু প্ৰসাৰণ আৰু বক্ষ আন্দোলন কৰাৰ ভংগীয়ে দৰ্শকক বিশেষভাৱে আকৰ্ষণ কৰিব পাৰে। বিহুনৃত্য সমতালযুক্ত বা ছন্দায়িত আৰু প্ৰাণৱন্ত।[২২]

কোনো কোনো পণ্ডিতে বিহু-গীত বা বিহুগীত সদৃশ গীতৰ পৰম্পৰা অনুধাৱন কৰি বৈদিক যুগ বিশেষকৈ 'সামগান'লৈ ওভতি গৈছে।[২২ক] 'সামবেদ'ত দুপ্ৰকাৰ গানৰ উল্লেখ পোৱা যায়:

---

২১. Dr. P. Goswami : *Bohag Bihu of Assam and Bihu Songs*, P. 38

২২. *Ibid*

২২ক. ৰাজমোহন নাথ: অসম সাহিত্য সভাৰ তিনিচুকীয়া অধিৱেশনৰ বুৰঞ্জী শাখাৰ অভিভাষণ (১৯৫৮)

(১) যজ্ঞৰ অনুষংগত গেয় গীত আৰু (২) লোক-গীত বা গ্ৰাম্য গেয় গীত অথবা প্ৰকৃতি গীত নাইবা 'বেয় গীত'। কৃষিজীৱীসকলে গোৱা গ্ৰাম্য বা প্ৰকৃতি বা বেয়-গীতবোৰ পথাৰ-সমাৰ, খেতি-বাতি আদিৰ লগত জৰিত আৰু এইবোৰ শৃংগাৰ ভাৱবিশিষ্ট গীত। সহজেই বুজিব পাৰি যে, এইবিধ গীত গোৱা বা আবৃত্তি কৰণৰ মুখ্য উদ্দেশ্য আছিল প্ৰজনন-যাদুৰ উৎকৰ্ষ সাধন। এই কালৰ পৰা 'বেয়' পদৰপৰা বিষো, বিশু বা 'বিহু' ৰূপটিৰ উদ্ভৱে হোৱা একো অস্বাভাৱিক নহয়। আই ধৰিত্ৰীৰ প্ৰজনন শক্তিৰ বৃদ্ধি কামনা কৰি আৰু বৃষ্টি আনয়নৰ অৰ্থে বৈদিক মহাব্ৰত-যজ্ঞত নাৰীসকলে প্ৰজ্বলিত অগ্নিৰ চাৰিওফালে বৃত্তাকাৰভাৱে নৃত্য কৰিছিল। ইয়াত বহ্নি বা অগ্নি কামনাৰ প্ৰতীক। প্ৰজনন শক্তিৰ বৃদ্ধিৰ বাবে বৈদিক মহাব্ৰত-যজ্ঞত অনুষ্ঠিত বৃত্তাকাৰ নৃত্যৰ লগত বিহুগীত আৰু নৃত্যৰ অৰ্থ, প্ৰতীক আৰু উদ্দেশ্যৰ সাদৃশ্য বৰ্তমান।

বঙালী বিহুৰ লগত জৰিত আন এবিধ গীত-নৃত্য হৈছে হুচৰি অনুষ্ঠান। ই নৃত্য আৰু গীতৰ সমষ্টি। 'হৰি'ৰ নাম উচ্চাৰণ কৰি যি গীত গোৱা হয় সেয়ে হুচৰি-গীত। বিহু-গীত বিশেষভাৱে উজনি অসমৰ ডেকা-গাভৰুৰ মাজত সীমিত; কিন্তু হুচৰি অনুষ্ঠান উজনি-নামনি অসমৰ সৰ্বশ্ৰেণীৰ মাজতো প্ৰচলিত। অকল অসমতেই নহয় আনকি পূৰ্ব-দক্ষিণ অসমৰ লুছাই, কুকি আৰু উত্তৰ-পূব অসমৰ আবৰবিলাকৰ মাজতো হুচৰি সদৃশ গীত গাই আৰু নাচ নাচি পইচা আদি সংগ্ৰহ কৰা দেখা যায়।[২৩]

অসমীয়া হুচৰি অনুষ্ঠানত কম-বেছি পৰিমাণে বৈষ্ণৱধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত গীত-পদ গোৱা দেখা যায়। গৃহস্থৰ মংগল কামনা কৰি আশীৰ্বাদ দিয়া—হুচৰি অনুষ্ঠানৰ অন্যতম বৈশিষ্ট্য। "বছৰৰ আৰম্ভণিৰ হুচৰিত বাইজৰ আশীৰ্বাদ মংগলজনক বুলি বিবেচনা কৰা

২৩. ড° প্ৰফুল্ল দত্ত গোস্বামী: অসমীয়া জন সাহিত্য, পৃ. ২২

হয়। গৃহস্থয়ো বাইজক পইচা আৰু গামোচা কাপোৰ আদিৰে সন্মানিত কৰে।"[২৪]

হুচৰি-অনুষ্ঠান, বিহু-অনুষ্ঠানৰ 'পাতনি' সদৃশ। বঙালী বিহুৰ প্ৰসংগত গধূলি গাঁৱৰ ডেকা-বুঢ়াই ঢোল, টকা, তাল, পেপা আদি বজাই ঘৰে ঘৰে গৈ নৃত্যসহ গীত গায়। সাধাৰণতে গাঁৱৰ মান্যৱন্ত লোকৰ ঘৰত প্ৰথমে হুচৰি গোৱা হয়। হুচৰি অনুষ্ঠানত গাভৰুৰ স্থান নাই আৰু ইয়াত যৌনতাৰ গোন্ধ নাই। এজনে হুচৰি গীত লগাই দিয়ে বাকীবিলাকে বাদ্যযন্ত্ৰ সংগত কৰি আৰু চাপৰি বজাই বৃত্তাকাৰভাৱে ঘূৰি ঘূৰি নৃত্য কৰে। তলত এটা হুচৰি গীত দিয়া হ'ল:

"হুচৰি বাই ঐ দলৌ চৰাই।
আমি যে আহিছোঁ হুচৰি গাই॥
হুচৰি বাই ঐ দলৌ চৰাই।
তামোল থোকা পাণ গুছি কপৰ শৰাই॥
ইবাৰীৰ বাঁহ ঐ সিবাৰীৰ বাঁহ।
দুই বাঁহে ঠেকা লাগি যায় চ'ত মাহ॥" ইত্যাদি।

আৰু, "দেউতাৰ পদূলিত গোন্ধাইছে মধুৰী।
কেতেকী মলেমলায় ঐ গোবিন্দাই ৰাম॥"[২৫]

নামনি অসমত বঙালী বিহুৰ অনুষংগত বাঁহৰ লগত জৰিত বিভিন্ন উৎসৱ অনুষ্ঠিত হয়। অবিভক্ত গোৱালপাৰাৰ বাঁশ-পূজা, কামৰূপৰ ভঠেলী, সুৰেৰি বা সোৰি, পাৱৰা বা পাউৰা তোলা, দহৰ ফুকৰা, দৰঙৰ 'দেউল', লাম্‌জা কৰা, পুতলাৰ বিয়া, বাঁহগোসাঁইৰ পূজা আৰু গোৱালপাৰাৰ সোৰি আদি সমগোত্ৰীয় উৎসৱ। ভঠেলি উৎসৱ বহাগ মাহৰ বিভিন্ন দিনত ৰাজহুৱা স্থানত উদ্‌যাপিত হয় যদিও

২৪. উ. প্ৰ., পৃ. ২৩
২৫. (—)ঃ ধান মাহৰ তেৰ গীত, পৃ. ১২৭-১৩০

সাত বিহুৰ দিনা অৰ্থাৎ বহাগৰ ৬ দিনৰ দিনা ভঠেলি বা পাওৱা বা পাউৱা অনুষ্ঠান উদ্‌যাপিত হোৱাটো একপ্ৰকাৰে সুনিৰ্দিষ্ট। ছুডাল দীঘল বাঁহ কাটি আনি অথবা মূঢ়াৰে সৈতে বাঁহ ছুডাল উভালি আনি কঁটালি ৰঙ-বিৰঙৰ কাপোৰেৰে মেৰাই আগত এক্কোটাকৈ চোঁৱৰ বান্ধি দিয়ে। দীঘল বাঁহডালক মতাপাৰ বা দৰা আৰু চুটি বাঁহডালক মাইকীপাৰ বা কইনা বোলে। বাঁহ ছুডাল গাঁৱৰ মাজেৰে ঢোল-খোল-তাল-শংখ আদি বাদ্য বজাই ছুজনকৈ মানুহে কান্ধত কঢ়িয়াই লৈ যায় হৰিধ্বনি কৰি বা গীত-পদ আবৃত্তি কৰি। ৰাজহুৱা স্থানত ডাঙৰ গছৰ গুৰিত বা গাটখান্দি আনুষ্ঠানিকভাৱে বাঁহছুডাল পোতে বা ডাঙৰ গছত আওজাই থয়। বাঁহ ছুডাল স্থাপন কৰা স্থানৰ ওচৰতে কলপাতেৰে এটি ছুচেলিয়া ঘৰ সাজে। ইয়াৰ নাম 'ভঠেলি ঘৰ'। ঘৰটো উপৰলৈ জোঙাকৈ সজা দেখা যায়। এই ঘৰটোৰ ভিতৰত খাদ্যবস্তু আৰু পইচা থোৱা হয়। অঞ্চলবিশেষে নামঘৰৰ ওচৰতে বাঁহ ছুডাল স্থাপন কৰে আৰু ওচৰতে ভঠেলি ঘৰটো সাজে। তেনে অৱস্থাত ভঠেলিৰ বাঁহ ছুডাল স্থাপন কৰাৰ অন্তত নামঘৰৰ মূল বিগ্ৰহটি শোভাযাত্ৰা কৰি বাহিৰ উলিওৱা হয়। ওচৰ-চুবুৰীয়া ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী সকলোৱে ভঠেলিৰ বাঁহ স্থাপন আৰু বিগ্ৰহসহ কৰা শোভাযাত্ৰাত যোগ দিয়ে পৰম্পৰাগত পোছাক-পৰিচ্ছদ পৰিধান কৰি। ভঠেলি অনুষ্ঠিত হোৱা ক্ষেত্ৰৰ নাম 'ভঠেলিখলা'। ভঠেলিখলাত মেলাও বহে। মেলাত নানাধৰণৰ মিঠাই, সস্তীয়া অলংকাৰপাতি, মাটিৰ পুতলা, শাক-পাচলি, তাঁত-শালৰ সঁজুলি, বিভিন্ন 'বাখাৰ' (মচলা), পোছাক-পৰিচ্ছদ আদি বিক্ৰী কৰা হয়। ভঠেলি-উৎসৱত জাতি-বৰ্ণ-ধৰ্মনিৰ্বিশেষে সকলোৱে অংশ গ্ৰহণ কৰে। উৎসৱৰ শেষত সমবেত ৰাইজে 'ভঠেলি শেষ হ'ল', 'ভঠেলি শেষ হ'ল' বুলি হৰ্ষধ্বনি দিয়ে।

ভঠেলি-ঘৰ নভঙাকৈ স্বহ্নপাৰ্থত ভঠেলি উৎসৱৰ সামৰণি নপৰে। ভঠেলিৰ দিনা গধূলি ছদল লোকে হাতত কাঠ-বাঁহৰ অস্ত্ৰ লৈ ভঠেলি

ঘৰৰ ওচৰলৈ যায়। এদলে ঘৰটো ভাঙিব খোজে আনটো দলে ভাঙিব নিদিয়ে। ইয়াকে লৈ দুয়োদলৰ মাজত যুদ্ধ কৰাৰ মিথ্যা অভিনয় (mock-fighting) অনুষ্ঠিত হয়। অৱশেষত ভাঙিব খোজা দলৰ লোকসকলে অশ্লীল গীত গাই গাই ঘৰটো ভাঙে আৰু সেই ঘৰটোৰ ভিতৰত থকা খাদ্য দ্ৰব্যবোৰ আৰু পইচাখিনি লৈ যায়। ইয়াৰ নামেই 'ভঠেলি ভঙা' কৃত্য। পৰম্পৰামতে অতীতত ভঠেলি ঘৰ ভঙা লৈ দুখন গাঁৱৰ মানুহৰ মাজত যুদ্ধ কৰাৰ অভিনয় অনুষ্ঠিত হৈছিল।

ভঠেলি-উৎসৱ উপলক্ষে নাম-কীৰ্ত্তন, নাগাৰানাম, ওজাপালি, ঢুলীয়া আদি আনুষ্ঠেয়কলা অনুষ্ঠিত হয়।

দক্ষিণ কামৰূপৰ অঞ্চলবিশেষে ভঠেলি উৎসৱ 'সোৰি' নামেৰে পৰিচিত। সোৰিৰ অনুষংগত ওখ বাঁহ দুডাল পোতা নহয়, কিন্তু উপৰভাগৰ জেকেনি বা চেকনিবোৰ নকটা বাঁহৰ খুটাবোৰ এনেভাৱে পোতা হয়—যাতে ওচৰ গাঁৱৰ নামঘৰৰ পৰা শোভাযাত্ৰা কৰি সিংহাসনৰ সৈতে অহা বিগ্ৰহবোৰ স্থাপন কৰিব পাৰি। এই খুটা-বোৰৰ নাম 'ছাট'। বিগ্ৰহবোৰ স্থাপন কৰাৰ অন্তত ইয়াৰ পৰা কিছুদূৰৈত তাহানি ম'হযুঁজ, হাতীযুঁজ আৰু ঘোঁৰা দৌৰ অনুষ্ঠিত হৈছিল। সোৰি উৎসৱ সাধাৰণতে দুপৰীয়াৰ পৰা আৰম্ভ হয় আৰু গধূলি হোৱাৰ পূৰ্বেই সিংহাসনৰ সৈতে স্থাপন কৰা বিগ্ৰহবিলাক নিজ নিজ নামঘৰলৈ লৈ যায়। প্ৰতিখন সিংহাসন বিগ্ৰহৰ সৈতে নিবলৈ ধৰাৰ লগে লগে সেই সিংহাসনৰ লগত যোৱা মানুহবিলাক দুটা দলত বিভক্ত হৈ এটা দলে বাটেৰে যাওঁতে বাটত পোৱা বাধাবোৰত যেনে: ওলমি থকা গছৰ ডাল, ভাজ লাগি পৰি থকা কলপাত আদিত কোবায় অথবা কাটে; আনটো দলে তাত বাধা দিয়ে। এইদৰে দুয়োটা দলৰ মাজত মিথ্যা যুঁজৰ অভিনয় (mock fighting) অনুষ্ঠিত হয়। সিংহাসন লৈ যোৱা দলটোৱে পৰিশেষত জয়লাভ কৰে। ৰাস্তাৰ ওচৰতে থকা মানুহৰ ঘৰলৈ সিংহাসনসহ

বিগ্ৰহ লৈ যোৱা হয় আৰু গৃহস্থই তামোল-পাণ, নৈবেদ্য, পইচা, ধূপ-দীপ আদি আগবঢ়াই বিগ্ৰহ বা গোসাঁইক আদৰে।[২৬]

কামৰূপ জিলাৰ ৰামদিয়াত ভঠেলি আৰু দোলি উৎসৱ মাধৱদেৱ ৰামদিয়ালৈ ভটীয়াই অহা আৰু মহাপুৰুষজনাৰ বিদায়ৰ সোঁৱৰণীৰ লগত সম্পৃক্ত কৰি বৈষ্ণৱ উৎসৱৰূপে পালন কৰাৰ পৰম্পৰা প্ৰচলিত।

পলাশবাৰী অঞ্চলত দধি-মঠন কৃত্যৰ মাধ্যমত বহাগী উৎসৱ উদ্‌যাপন কৰাৰ ঐতিহ্য প্ৰচলিত। সৰু সৰু আঠজনী ছোৱালীক গোপী সজোৱা হয়। এই গোপীসকলে দুজনীকৈ চাৰিটা দলত বিভক্ত হৈ দধি-মন্থনৰ অভিনয় কৰে। বাৰজন সৰু ল'ৰাই বালগোপাল অৰ্থাৎ শিশুকৃষ্ণৰ নিচিনাকৈ পোছাক-পৰিচ্ছদ পিন্ধি নৃত্য কৰে। এই বাৰজন ল'ৰাই কৃষ্ণৰ সৈতে বাৰগোপালৰ অভিনয় কৰে।[২৭] উত্তৰ কামৰূপৰ চামতা অঞ্চলৰ কিছুমান মুছলমানে বাঁহ-বিয়া পাতে আৰু ইয়াৰ স্থানীয় নাম ভঠেলি। মদন-কামদেৱৰ পূজাই বাঁহ-বিয়াৰূপে পৰিবৰ্তিত হ'ব পাৰে। মদন-কামদেৱৰ পূজা বা বাঁশ বিয়া উৎসৱৰ প্ৰচলন উত্তৰবংগৰ কোচবিহাৰতো প্ৰচলিত। এই পূজা অনুষ্ঠিত হয় চৈতমাহৰ পূৰ্ণিমা তিথিত। বজালী অঞ্চলৰ কোনো কোনো ঠাইত এডাল দীঘল বাঁহ কলগছ এজোপাত আওজাই থৈ মদনমোহন গোসাঁইৰূপে পূজা কৰা দেখা যায়। মদনমোহন গোসাঁইৰ আন নাম কৃষ্ণ আৰু কলগছত আওজাই থোৱা বাঁহডালক কৃষ্ণৰূপে পূজা কৰে।[২৮]

কছাৰীসকলেও ভঠেলি উৎসৱ পালন কৰে। এই প্ৰসংগত তেওঁলোকৰ মাজত এডাল বাঁহৰহে ব্যৱহাৰ দেখা যায়। অঞ্চল

২৬. Dr. P. Goswami : *Bohag Bihu of Assam and Bihu Songs*, P. 17

২৭. Ibid

২৮. Ibid

বিশেষে ই 'ভেঠেলি' ৰূপেও জনাজাত। 'ভেঠেলি'ৰ অৰ্থ ভটিয়নী সোঁতত যি উটি যায়। ভেঠেলিৰ নিচিনাকৈ বাঁহডাল ৰং-বিৰঙৰ কাপোৰেৰে মেৰিয়াই ৰাজহুৱা স্থানত বা ৰাজহুৱা-পূজাস্থানত মাটিত পোতা হয় আৰু ইয়াৰ ওচৰতে সৰু জুপুৰি এটাও সজা দেখা যায় আৰু এই ঘৰটোৰ ভিতৰত কল্যাণকামী আৰু অকল্যাণকামী উভয় দেৱ-দেৱীলৈ ক'লা পাৰ চৰাই আৰু ক'লা পঠাসহ বিবিধ নৈবেদ্য আগ-বঢ়াই প্ৰাৰ্থনা কৰে—তেওঁলোকৰ গাঁৱত মাৰি-মৰক আদি নহ'বলৈ আৰু দেৱ-দেৱীসকল ভটিয়াই যাবলৈ। এই উদ্দেশ্যেৰে তেওঁলোকে এখন কলৰভেলত নৈবেদ্যসহ পাৰচৰাই আৰু পঠাটো তুলি দি নদীৰ ভটিয়নী সোঁতত এৰি দিয়ে। কছাৰীসকলৰ ভেঠেলি কৃত্যক স্বৰূপাৰ্থত সামূহিকভাৱে অকল্যাণ বিদূৰণ কৃত্যৰ (Public expulsion of evils) লগত তুলনা কৰিব পাৰি।

চিদ্‌নি এণ্ডেলৰ (Sidney Endle) মতে ৰঙালী বিহু অৰ্থাৎ বৈসাগুৰ শেষদিনা কছাৰীসকলে এডাল দীঘল বাঁহ কাটি-চিকোণাই বিভিন্ন ৰং-বিৰঙৰ কাপোৰেৰে মেৰিয়াই সুসজ্জিত কৰে। ইয়াৰ নাম পাওৰা। ৰাতিপুৱাৰে পৰা পাওৰাডাল ওচৰ-চুবুৰীয়া গাঁৱৰ মানুহৰ ঘৰে ঘৰে শোভাযাত্ৰা কৰি লৈ ফুৰোৱা হয়। ইয়াৰ অন্তত পথাৰ বা মুকলি ঠাইত থকা ডাঙৰ গছ এজোপাত পাওৰাডাল আওজাই থয়। ইয়াৰ ওচৰতে ডেকা-গাভৰু, বুঢ়া-বুঢ়ী আৰু ল'ৰা-ছোৱালী গোট খায়। পাওৰা তোলাৰ অনুষংগত তেওঁলোকে নাচ-গান কৰে। কেতিয়াবা কেতিয়াবা মল্লযুদ্ধও অনুষ্ঠিত হয়। মাদল-খাম-তাল-চিফুং আদি বাদ্যধ্বনিৰে পাওৰাস্থলী মুখৰিত হৈ পৰে। পাওৰা কৃত্যই প্ৰাচীন লিংগ পূজাৰ প্ৰতিনিধিত্ব কৰিব পাৰে। এই প্ৰসংগত পাওৰাই লিংগৰ ভূমিকা গ্ৰহণ কৰিছে।[২৯]

দক্ষিণ কামৰূপৰ নগৰবেৰা, উপৰহালী আদি অঞ্চলত ৰঙালী বিহু উপলক্ষে সুৰেৰি-উৎসৱ উদ্‌যাপিত হয়। এই উৎসৱত প্ৰাধান্য

২৯. Rev. Sidney Endle : *The Kacharis*, P. 34

লাভ কৰে নৃত্য আৰু অভিনয়ে। উৎসৱ উপলক্ষে দহ জনী অকুমাৰী ছোৱালীয়ে আগদিনা লঘোণে থাকি পিছদিনা গোপিনী আৰু ৰাধিকাৰ ভাও লয়। এজন সৰু ল'ৰাই কৃষ্ণৰ ভাও লয়। দুজন বয়সীয়া লোকৰ এজনে নন্দৰ আৰু আনজনে যশোদাৰ ভাও লয়। কামৰূপত বিশেষকৈ দক্ষিণ কামৰূপত বৈষ্ণৱধৰ্মৰ লগত সম্পৃক্ত কাহিনী আৰু নৃত্য-অভিনয়ৰ সংযোগত ৰঙালী বিহু উদ্‌যাপিত হয়।

উত্তৰ কামৰূপত 'দহৰফুকুৱা' কৃত্যৰ জৰিয়তে ৰঙালী বিহু পালিত হয়। 'মানুহটোৰ সমান ওখ'কৈ বাঁহৰ অংশ এটা কাটি চিকোণাই বিভিন্ন ৰঙৰ কাপোৰেৰে মেৰিয়াই বাঁহৰ অংশটোৰ শীৰ্ষভাগত চোঁৱৰ, ফুলৰ মালা আদি আঁৰি দিয়া হয়। এইদৰে 'দহৰ গোসাঁই' সজোৱা হয়। প্ৰথম বিহুৰ দিনাৰ পৰাই ঢোল-খোল-তাল বাদ্য বজাই নাম-কীৰ্তন আৰু শোভাযাত্ৰা কৰি দহৰ গোসাঁইক ঘৰে ঘৰে ফুকুৱা হয়। প্ৰতিঘৰ মানুহে শৰাইত তামোল-পাণ আৰু পইচা দি দহৰ গোসাঁইক আদৰে আৰু 'দহৰ গোসাঁই' লৈ ফুৰাসকলে গৃহস্থক এনেদৰে আশীৰ্বাদ দিয়ে:

'জয় দহৰ গোসাঁইক চিন্তি হৰিবোল হৰিবোল....হৰিবোল।
গৃহস্থৰ কুশলহক, বেটা-পুত্ৰ বাঢ়ক, ভাখৰীৰ ধান বাঢ়ক॥'

এইদৰে প্ৰথম বিহুৰ পৰা ছয় বিহু পৰ্য্যন্ত 'দহৰ গোসাঁই'ক ঘৰে ঘৰে ফুকুৱা হয় আৰু সাত বিহুৰ দিনা দহৰ-গোসাঁইক ৰাজহুৱা নাম-ঘৰত স্থাপন কৰি নাম-কীৰ্ত্তন কৰা দেখা যায়।

দহৰ গোসাঁই বিভিন্ন প্ৰকাৰৰ হ'ব পাৰে; যেনে: গোসাঁই-দহৰ (অৰ্থাৎ কৃষ্ণ গোসাঁইৰ দহৰ), বুঢ়া-গোসাঁইৰ দহৰ (অৰ্থাৎ শিৱৰ দহৰ), কামাখ্যা দহৰ (অৰ্থাৎ কামাখ্যা গোসাঁনীৰ দহৰ) ইত্যাদি। দৰাচলতে দহৰবোৰ বিভিন্ন দেৱ-দেৱীৰ প্ৰতিৰূপ (replica) স্বৰূপেহে সজোৱা হয়।[৩০]

৩০. শ্ৰীযতীন গোস্বামী: 'কামৰূপত সাতবিহুৰ উৎসৱ' [বহাগ বিহুৰ বাবেবৰণীয়া ছবি, ড° প্ৰফুল্ল দত্ত গোস্বামী সম্পাদিত], পৃ. ৪৫

পাওৱা তোলা বা পাৰ তোলাৰ লগত ইন্দ্ৰ-ধ্বজ উত্তোলন কৃত্যৰ সাদৃশ্য চকুত লগা। ৰাভা আৰু হাজংবিলাকৰ মাজতো পাওৱা বা পাউৱা বা পাৰ তোলা উৎসৱৰ সমগোত্ৰীয় উৎসৱ প্ৰচলিত। ভঠেলি বা পাওৱা বা পাউৱা তোলা উৎসৱত প্ৰাধান্য লাভ কৰে বাঁহে, তদ্ৰূপ ৰাভা আৰু হাজংবিলাকৰ মাজত প্ৰচলিত 'বাঁশ-পূজা'তো বাঁহে প্ৰাধান্য লাভ কৰে। ভঠেলি-উৎসৱৰ নিচিনাকৈ হাজং আৰু ৰাভা সমাজত অনুষ্ঠিত 'বাঁশ-পূজা'ৰ অনুষংগতো এডাল দীঘল বাঁহ ৰং-বিৰঙৰ কাপোৰেৰে সজোৱা হয়।[৩১] ৰাভাসকলৰ মাজত অনুষ্ঠিত 'পাৰো-বাঁহ' উৎসৱ আৰু কামৰূপত উদ্‌যাপিত 'ভঠেলি' উৎসৱৰ মাজত পাৰ্থক্য লক্ষ্য কৰা নাযায়।[৩২] 'পাৰো-বাঁহ' উৎসৱত বিভিন্ন ৰঙৰ কাপোৰেৰে সুসজ্জিত দীঘল বাঁহ এডাল পুতি পৰম্পৰাগতভাৱে পূজা-উপাসনা কৰা হয়। এই পূজাত এযোৰ পাৰ চৰাই উছৰ্গা কৰাতো বাধ্যতামূলক। পাৰ চৰাইৰ লগত উৎসৱটো বিশেষভাৱে জৰিত বাবে ইয়াক পাৰো বা পাৰ উৎসৱ বোলে। শ্ৰীপ্ৰাণেশ্বৰ ৰাভাৰ মতে 'পাৰো' বা 'পাৰ' এগৰাকী দেৱীহে। তেওঁ মাৰি-মৰকৰ দেৱী। তেওঁক সন্তুষ্ট কৰি গাঁৱৰপৰা বিদায় দিবৰ বাবে যি উৎসৱ অনুষ্ঠিত হয় সিয়েই 'পাৰো' বা 'পাৰ' উৎসৱ।[৩৩]

ৰঙালী বিহু উপলক্ষে অথবা বসন্তকালত গাৰোপাহাৰ আৰু গোৱালপাৰা জিলাৰ স্থান বিশেষে হাজং আৰু ৰাজবংশীসকলৰ দ্বাৰা বাঁশ-পূজা বা বাঁহ-পূজা উৎসৱ অনুষ্ঠিত হয়। এই উৎসৱত মদন আৰু গোপাল দেৱতাৰ প্ৰতীক স্বৰূপে তিনিডাল বাঁহক পূজা কৰে। বাঁহকেইডাল চাঁচি-চুকৰি লোৱা হয়। প্ৰথম বাঁহডালত

---

৩১. শ্ৰীপূৰ্ণচন্দ্ৰ ৰাভা : 'পাৰো-বাঁহ' (জনশিক্ষা, ২৩শ সংখ্যা) পৃ. ৩
শ্ৰীপৰেশ চন্দ্ৰ হাজং : 'বাঁহ-পূজাৰ গীত' (মহাজাতি, ১৯।৩।৬৯)

৩২. শ্ৰীপূৰ্ণচন্দ্ৰ ৰাভা, উক্ত প্ৰবন্ধ

৩৩. শ্ৰীৰাভাদেৱৰ ইতিমধ্যে পৰলোক প্ৰাপ্তি ঘটিছে।

বগা কাপোৰ মেৰোৱা হয়। দ্বিতীয় বাঁহডালত মেৰোৱা হয় ৰঙা কাপোৰ। এই দুয়োডাল বাঁহৰ শীৰ্ষভাগত একোটাকৈ চোঁৱৰ বান্ধি নিচেই ওচৰাউচৰিকৈ ৰাজহুৱা স্থানত বা মুকলি পথাৰত পোতে। তৃতীয়ডাল বাঁহৰ উপৰত জাকৈ-খালৈ আৰু এখন ভঙা নাঙল আঁৰি দিয়া দেখা যায়। এই বাঁহডালো বাকী দুডালৰপৰা অলপ দূৰৈত পোতা হয়। ইয়াৰ পিছত বাঁহ তিনিডালৰ গুৰিত তিনি দিন ধৰি পূজা কৰে। পূজাৰ প্ৰসংগত গাভৰু বা তিৰোতাৰ বাহিৰে আন-বিলাকে বিশেষকৈ ডেকা-বুঢ়া আদিয়ে ঢোল-তাল বজাই গীত গায় আৰু গীতৰ লগে লগে নাচে। তিৰোতাসকলে 'বাঁশ-পূজা'ৰ গীত-নৃত্যত অংশগ্ৰহণ কৰিব নোৱাৰিলেও দৰ্শক হিচাপে উপভোগ কৰিব পাৰে। বাঁশ-পূজাৰ অনুষংগত গোৱা গীতবোৰ প্ৰায়ে শৃংগাৰ ৰস বিশিষ্ট। উদাহৰণস্বৰূপে দুটা গীত তলত দিয়া হ'ল :

(ক) পৰিল বাৰিষা কালৰে মোহন ভৰিয়া গেল নদী ;
মনে কয় উৰিয়া যাং বিধি পাংখা নাই দেয় মোহনৰে।

(খ) জেঠ বৈশাখে ঘন কৰি উজাই লাগিছে মাছ ;
ৰাধে গেল জল আনিতে কানাই লাগিল পাছ।

(গ) উপাৰে শ্যাম ৰাংগা ধানেৰ পাকিয়া হইল ঝুনা।
সোণাৰ মুখে চুম্বক দিতে ভাঙিল নটৈৰ গুণা ॥[৩৪]

কোনো কোনোৰ মতে 'পাৰ্বতী' শব্দৰপৰা পাওৰা বা পাউৰা বা পাৰা শব্দৰ বিকাশ হৈছে।[৩৫]

উত্তৰ কামৰূপত প্ৰচলিত পাওৰা বা পাউৰা উৎসৱতো দুডাল দীঘল বাঁহ কঁটালি বিভিন্ন ৰঙৰ কাপোৰ মেৰাই শীৰ্ষভাগত একোটাকৈ চোঁৱৰ বান্ধি মাজভাগত ফুলৰ থোপা বা ফুলৰ মালা আঁৰি দিয়া হয় আৰু দুজন দুজনকৈ মানুহে কান্ধত বাঁহ দুডাল তুলি লৈ গাঁৱৰ মাজে মাজে

৩৪. শ্ৰীপৰেশ চন্দ্ৰ হাজং, প্ৰাগুক্ত প্ৰবন্ধ

৩৫. সংবাদদাতা : শ্ৰীৰাম চন্দ্ৰ কলিতা (৭২), হৰিপুৰ, বজালী, ২০।৪।৮৭
: শ্ৰীধৰম কলিতা (৭৫), বৰভালা, বজালী, ২০।৪।৮৭

শোভাযাত্ৰা কৰি মুকলি ঠাইত অথবা নামঘৰ বা সত্ৰৰ সমুখত ওখ আৰু ডাঙৰ গছৰ গুৰিত গাত খান্দি পুতি গছজোপাত আওজাই থয়। বাঁহ চুডাল শোভাযাত্ৰা কৰি আনোতে ঢোল-খোল-তাল আদি বজোৱা হয় আৰু অঞ্চল বিশেষে গীত-পদো গোৱা দেখা যায়।

বজালী অঞ্চলৰ গোবিন্দপুৰত সত্ৰীয়া ৰীতিৰে পাওৰা বা পাউৰা উৎসৱ পালন কৰাৰ ঐতিহ্য প্ৰচলিত হৈ আহিছে—দামোদৰদেৱৰ অন্যতম আজ্ঞাপৰ শিষ্য আৰু গোবিন্দপুৰ সত্ৰ প্ৰতিষ্ঠাতা শ্ৰীভগবান-দেৱৰ দিনৰপৰা।[৩৬] গোবিন্দপুৰ সত্ৰ প্ৰতিষ্ঠাৰ পূৰ্বে সেই অঞ্চলত জনজাতিসকলেও বাস কৰিছিল। জনজাতিসকল বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱলৈ নহাৰ পূৰ্বে তেওঁলোক আছিল শিৱ-পাৰ্বতীৰ পূজক। তেওঁলোকে ছয় বহাগৰ দিনা অৰ্থাৎ সাত বিহুৰ দিনা শিৱ-পাৰ্বতীৰ প্ৰতীক বাঁহ-পূজা উদ্‌যাপন কৰিছিল।

দামোদৰদেৱে তেওঁৰ অনুগত আৰু আজ্ঞাপৰ শিষ্য শ্ৰীভগবান-দেৱক বৰ্তমানৰ গোবিন্দপুৰ অঞ্চলত নৱ-বৈষ্ণৱধৰ্ম প্ৰচাৰ কৰিবলৈ নিৰ্দেশ দিয়ে। তদনুক্ৰমে তেওঁ আহিল আৰু তাত সত্ৰ স্থাপন কৰি নৱ-বৈষ্ণৱধৰ্ম প্ৰচাৰত মনোনিৱেশ কৰিলে যদিও শিৱ-পাৰ্বতী পূজক-সকলৰপৰা তেওঁ বাধা পাবলৈ ধৰিলে। তেওঁ পুনৰ ঘূৰি গৈ গুৰু দামোদৰদেৱৰ ওচৰত সমাধান বিচাৰি সমস্যাটো উপস্থাপন কৰিলে। তেতিয়া দূৰদৰ্শী দেৱদামোদৰে বিশ্বস্ত শিষ্য ভগৱানদেৱক নিৰ্দেশ দিলে জনজাতিসকলৰ দেৱতা শিৱ-পাৰ্বতীকো সত্ৰায়িত কৰিবলৈ। গুৰু আদেশ শিৰে ধৰি শিৱ-পাৰ্বতীৰ প্ৰতীক পাওৰা বা পাউৰাক সত্ৰায়িত কৰা হ'ল ; অৰ্থাৎ গোবিন্দপুৰ সত্ৰত বৈষ্ণৱ-ৰীতিৰে শ্যামৰায়ৰ চৰণ প্ৰান্তত পাওৰাৰ শীৰ্ষভাগ স্পৰ্শ কৰাই অৰ্থাৎ প্ৰণিপাত কৰাই সমূহ বৈষ্ণৱৰ উপস্থিতিত পাওৰা তোলা হ'ল। সেই অঞ্চলৰ জনজাতি-সকলেও শ্ৰীভগবানদেৱৰ ওচৰত শৰণ লৈ বৈষ্ণৱধৰ্ম গ্ৰহণ কৰে আৰু

৩৬. (—) : শ্ৰীবৈকুণ্ঠ নাৰায়ণ গোস্বামী (৬৫), গোবিন্দপুৰ সত্ৰ, ২০।৪।৮৭

গোবিন্দপুৰত সত্ৰীয়া ৰীতিৰে পাওৰা তোলা পৰম্পৰা আৰম্ভ হ'ল আৰু তেতিয়াৰেপৰা সেই পৰম্পৰা অবিচ্ছিন্নভাৱে বৰ্তমানো চলি আছে।[৩৭] গোবিন্দপুৰ সত্ৰত পাওৰা উত্তোলন কৰাৰ সময়ত বৰ্তমানো 'জয় পাৰ্বতী আইক চিন্তি হৰিবল' বুলি হৰিধ্বনি দিয়ে। মহিলাসকলে পাওৰা তোলাৰ অনুষংগত পাৰ্বতীৰ গুণ-মহিমা প্ৰকাশক গীত-পদ গায়।[৩৮]

বাঘমাৰা, পাঠশালা, পাটাছাৰকুছি, বেজকুছি আদিতো পাউৰা-উৎসৱ প্ৰচলিত। বাঘমাৰা অঞ্চলত পাওৰা তোলাৰ সময়ত আই-বাইসকলে গীত-পদ গায়। তেনে শ্ৰেণীৰ এটা গীত তলত দিয়া হ'ল দৃষ্টান্তস্বৰূপে:

'পাউৰা পাউৰা সাবাতকৈ চৰুৱা।
অ ৰাম, আছিলি বাঁহৰে মাজে, অ ৰাম ॥
আজিহে পৰিলি মনুষ্যৰ হাতে।
অ ৰাম, ন ন কাচানা কাচে, অ ৰাম ॥
ঝুন ঝুন তুল্যা টেঙাৰ ফুল।
আমাৰ পাউৰাৰ ৰূপ দেখি ৰাইজে গেইছি ভুল ॥
ঝুন ঝুন তুল্যা টেঙাৰ ফুল।
ঝুন ঝুন তুল্যা টেঙাৰ পাহি।
আমাৰ পাউৰাৰ ৰূপ দেখি ৰাইজে তোলে হাঁহি ॥
ঝুন ঝুন ঝাৰা টেঙাৰ পাত।
আমাৰ পাউৰাৰ ৰূপ দেখি ৰাইজে নাখে ভাত ॥
ঝুন ঝুন তুল্যা টেঙাৰ সিয়া।
আমাৰ পাউৰাৰ ৰূপ দেখি ৰাইজে দিছি থিয়া ॥'[৩৯]

---

৩৭. (—): উক্ত সংবাদদাতা

৩৮. (—): ক্ৰমাংক ৩৫ত উল্লেখ থকা ব্যক্তি দুগৰাকী।

৩৯. (—): শ্ৰীমতী মাধৱী কলিতা (৫০), বাঘমাৰা (কঠলমুৰি), ১১।১।৮৭
: শ্ৰীমতী কমলা দাস (৬০), বাঘমাৰা (কঠলমুৰি), ১১।১।৮৭

সৰ্থেবাৰী অঞ্চলতো সাতবিহুৰ অনুষংগত পাওৰা বা পাউৰা উৎসৱ উদ্‌যাপিত হয়। পাউৰা সজোৱা, তোলা আদি বিভিন্ন অনুষংগত আই-বাই আৰু গাভৰুসকলে গীত-পদ গায়। পাউৰা সজোৱা গীতৰ উদাহৰণস্বৰূপে তলত এটি গীত দিয়া হ'ল :

'বাঁহৰে বথুৱা থৈয়ো পাৰুৱা দেউ-এ
বাঁহৰে বথুৱা থৈয়ো।
তুমালৈ আনিছে গুৱালকুছিয়া পাটৰ কাপুৰ
আনন্দ কৰিয়া লৈয়ো ॥
জামা নাইকা ঘৰে জামা নাইকা ঘৰে-এ
জামা আনি দিলাক ডিগবই বাজাৰে
পিন্ধাৰে পাৰুৱা দেউ-এ ॥
চোঁৱাৰ নাইকা ঘৰে, চোঁৱাৰ নাইকা ঘৰে
চোঁৱাৰ আনি দিলাক সদিয়া বাজাৰে
পিন্ধাৰে পাৰুৱা দেউ-এ ॥[৪০]

পাউৰা-তোলাৰ সময়ত গোৱা গীতৰ নমুনা :

এতদিনে পাউৰা দেৱে
আছিলা বাঁহৰে মাজতে
গৰখীয়া ছলিক লাগল পাই উঠিলা কান্ধতে।
পাৰুৱা পাৰুৱা সবাতো কৰি সৰুৱা
নপৰিবা হালিহে।
পাৰুৱা তোলা ছলি গিলাই
ধৰিব তুমাক ডাঙ্গিহে ॥'[৪১]

'পাউৰা' স্থাপন কৰাৰ অনুষংগত বয়সীয়া তিৰোতাবিলাকেও গীত-পদ গায়। তেনে শ্ৰেণীৰ দুটিমান গীত সিপিঠিত দিয়া হ'ল :

৪০. সংবাদদাতা : ড° উমেশ ডেকা, গুৱাহাটী বিশ্ববিদ্যালয়, ২৭।৪।৮৮
৪১. (—) : উক্ত সংবাদদাতা

(ক) 'সভাৰ খলাৰ পথৰতে
এ সখী বেতে গুথা বেৰা।
ছয় মাহে বছৰ দিনে
এ সখী উঠে হাতী ঘোঁৰা ॥
পাৰুৱা দেউৰ গুৰিতে অ কাঁচ পাতে।
এটা কুমাৰ চৰু অ কাঁচ পাতে ॥
এমুঠি মলুখা ধৰে
কাঁচ পাতে লাজতে নামাতে।

* * *

কোনবা গৰ্‌খীয়া ছলি
অ কাঁচ পাতে।
দলিটো মাৰিলি, অ কাঁচ পাতে
পাৰুৱা দেউ লঘনে পৰে
কাঁচ পাতে লাজতে নামাতে ॥[৪২]

(খ) পাৰুৱা পাৰুৱা, অ সৰগ পতি।
সবাতো কৰি চৰুৱা, অ সৰগ পতি ॥
নপৰিবা ঢলি অ সৰগ পতি।
অ ৰংগিয়াল কাকতি ॥[৪৩]

(খ) তুমাক তুলা, অ সৰগ পতি।
গৰ্‌খীয়া ছলি, অ সৰগ পতি ॥
তিয়হৰে জালি, অ সৰগ পতি।
অ ৰংগিয়াল কাকতি ॥[৪৪]

পাউৰা উত্তোলন কৰাৰ পিছত বয়সীয়াল তিৰোতাসকল দুটা দলত বিভক্ত হৈ ইটো দলে সিটো দলক আক্ৰমণ কৰি 'খিচা গীদ' [ খিচা গীত—যোৰা নাম ] গায়:

৪২.-৪৪. ( — ): উক্ত সংবাদদাতা

প্ৰথমটো দল : 'আতাথেৰ পাকুৱা, তল্লাথেৰ পাকুৱা
এ সখী তামুলীথেৰ পাকুৱা কৈ হে ?

দ্বিতীয়টো দল : চৌধুৰীথেৰ পাকুৱা দৰবে পকুৱা
আতাথেৰ পকুৱা কৈহে ?
আতাথেৰ পাকুৱা আহিৰা ধৰিছে
গুৰগুৰি হোকাটো খাইহে ।
ৰং গুৰি ৰং গেল বাগৰি ॥

প্ৰথম দল : সৈলকথেৰ পাকুৱা সবাত কৰি চকুৱা ।
বথথেৰ পাকুৱা চাপৰ হে ৰাম ॥'[৪৫]

পাউৰা তোলা উৎসৱৰ অনুষংগত 'হাফলা দিয়া', 'হাউ', 'ঢোপ', 'গাতাগুটি', 'তেলৰ গাছ' ( বাঁহ এডাল পুতি তাত মিঠা তেল সানি ) বগোৱা আদি বিভিন্ন খেল অনুষ্ঠিত হয় । ইয়াৰ লগে লগে ঢুলীয়াও উঠে । অঞ্চল বিশেষে থিয় নাম, নাগাৰা নাম আদিও পৰিৱেশন কৰা দেখা যায় ।

নৱগঠিত দৰং, পূব কামৰূপৰ পাতিদৰং আদি অঞ্চলত দেউল, বাঁহ-পূজা আদিৰে ৰঙালী বিহু পালন কৰা হয় । দেউল উৎসৱৰ উদ্দেশ্য, অৰ্থ, আচৰণ আৰু সংযুক্তিৰ লগত ভঠেলি, সুৰি, সোৰি, সৰি, পাওৰা বা পাউৰাতোলা আৰু বাঁশ-পূজাৰ সাদৃশ্য স্পষ্ট । দৰং আৰু পাতিদৰংত বাঁহ-পূজন কৃত্যত নতুন অৰ্থ আৰোপ কৰি অৰ্থাৎ শুদ্ধিৰ মাধ্যমেৰে 'গ্ৰেট ট্ৰেডিছন'ৰ লগত সমীভূত হৈ বিষ্ণুৰ দোলাৰোহণ কৃত্যত পৰিণতি লাভ কৰিছে । দ্বিতীয়তে, দেউলৰ উদ্ভৱ আৰু বিকাশত ধৰ্মদেৱতা আৰু তেওঁৰ উপাসনা পদ্ধতিৰ ক্ষীণ প্ৰভাৱ পৰিব পাৰে । পূৰ্ববংগৰ 'দেল-পূজা' বা 'চোত-পূজা'ৰ লগতো 'দেউল-পূজা'ৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি । 'দেল-পূজা' প্ৰতি বছৰে ১লা চ'তৰ পৰা আৰম্ভ হৈ চ'ত আৰু বহাগৰ সংক্ৰান্তিৰ দিনা

---

৪৫. ( — ) : উক্ত সংবাদদাতা

বিশেষ উৎসৱ-অনুষ্ঠানৰ সৈতে সামৰণি পৰে।[৪৬] দক্ষিণ গোৱাল-পাৰাৰ স্থান বিশেষে ৰঙালী বিহু বা বিষুৱা উপলক্ষে ডাঙৰ মেলা অনুষ্ঠিত হয়। এই মেলাৰ স্থানীয় নাম 'দেউল'। পূব কামৰূপ আৰু দৰঙৰ বাসন্তিক উৎসৱ দেউলৰ সাংস্কৃতিক এককৰ অন্যতম একক মেলা। গতিকে গোৱালপাৰাৰ 'দেউল উৎসৱ'ৰ লগত পূব কামৰূপ আৰু দৰঙৰ 'দেউল-উৎসৱ'ৰ যোগসূত্ৰ বিশেষভাৱে স্থাপন কৰিব পাৰি।[৪৭]

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ মতে স্মাৰ্ত পণ্ডিত বেদাচাৰ্য্যই 'বাঁহ-পূজা' অথবা 'ভঠেলি-উৎসৱ'ক শুদ্ধি প্ৰক্ৰিয়াৰ দ্বাৰা 'দেউল-পূজা'লৈ সমুন্নয়ন কৰে। অৱশ্যে বেদাচাৰ্য্যৰ দিনত 'দেউল-পূজা'ৰ প্ৰসাৰ আছিল সীমিত। ইয়াৰ বিপৰীতে দৰঙী ৰজাসকলৰ ৰাজত্বত 'দেশ দৰংগ'ত দেউল-পূজা বিশেষভাৱে সম্প্ৰসাৰিত হয়। আহোম স্বৰ্গদেউসকলৰ নিচিনাকৈ দৰঙী ৰজাসকলেও ৰজাঘৰীয়া উৎসৱৰূপে পূৰ্বৰ পৰম্পৰা চলি অহা দেউল-উৎসৱক স্বীকৃতি দিয়ে। আহোম স্বৰ্গদেউসকলে ৰঙালী বিহু উদ্‌যাপন কৰিছিল সাতদিনীয়াকৈ আৰু দৰঙী ৰজাসকলে সমগ্ৰ মাহটোতে দেউল-উৎসৱৰ সংযোগত ৰঙালী বিহু পালন কৰিছিল। আহোম স্বৰ্গদেউসকলে নৃত্য-গীত, ম'হ-যুঁজ, মাল-যুঁজ আদিৰ মাধ্যমেৰে ৰঙালী বিহু পালন কৰিছিল; কিন্তু দৰঙী ৰজাসকলে বিষ্ণু-যজ্ঞ, নৃত্য-গীত-অভিনয়, মেলা আদিৰ জৰিয়তে এমহীয়াকৈ ৰঙালী বিহু পালন কৰিবলৈ কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰিছিল। ৰজাঘৰীয়া পৃষ্ঠপোষকতা লাভ কৰি দেউল-পূজাই জনপ্ৰিয় উৎসৱৰূপে প্ৰসাৰতা লাভ কৰিছিল বৰদৰং আৰু পাতিদৰং উভয় অঞ্চলতে। পূৰ্বৰ সেই পৰম্পৰা অব্যাহত আৰু নিৰৱচ্ছিন্ন-

---

৪৬. মোহাম্মদ সাইদুৰ (সম্পা): লোকসাহিত্য সংকলন: আনুষ্ঠানিক গীত, বাংলা একাডেমী, ঢাকা, পৃ. ২৯৭

৪৭. ড° বীৰেন্দ্ৰ নাথ দত্ত: 'গোৱালপাৰাৰ বিহু' (ব'হাগ বিহুৰ বাৰে-বৰণীয়া ছবি, ড° প্ৰফুল্লদত্ত গোস্বামী সম্পাদিত), পৃ. ৮১

ভাৱে বৰদৰং আৰু পাতিদৰং উভয় অঞ্চলতে বৰ্তমানে প্ৰবহমান। ৰামদিয়াতো দেউল-উৎসৱৰ পৰম্পৰা নোহোৱা নহয়। ৰামদিয়াৰ ঢুলীয়া বুঢ়াৰ সত্ৰ অৰ্থাৎ ঢুলা সত্ৰত বহাগৰ ৫ তাৰিখে ( অৰ্থাৎ ছয় বিহুত ) দেউল-উৎসৱ উদ্‌যাপন কৰে—বিষ্ণু-পূজা, হোম আদিৰ সংযোগত। দেউল-উৎসৱ উদ্‌যাপন কৰিহে পিছদিনা অৰ্থাৎ বহাগৰ ৬ তাৰিখে ( ৭ বিহুত ) এইখন সত্ৰৰ বিগ্ৰহ ভঠেলি বা সুঁৱেৰি খলালৈ নিয়ে। মৰিগাঁৱৰ অঞ্চলতো ৰঙালী বিহুৰ অনুষংগত 'দেউল' সদৃশ উৎসৱ পালন কৰা দেখা যায়।

পূব কামৰূপৰ পাতিদৰং অঞ্চলত বিশেষকৈ চাৰিআলি, বেজেৰা, শালমাৰা ( সালমাৰা ), পিংগলেশ্বৰ আদি বিভিন্ন স্থানত 'দেউল-পূজা' বা উৎসৱক সভা বোলে। দৰঙৰ নিচিনাকৈ 'দেউল-ভিঠি' নিৰ্মাণ কৰি বিষ্ণু-পূজা, হোম আদি কৰা হয় আৰু ওচৰতে ডাঙৰ মেলা বহে। এইফালৰপৰা দৰঙৰ দেউল-উৎসৱৰ লগত পাতি-দৰং অঞ্চলত প্ৰচলিত সভাৰ সংযুতি, ৰূপ আৰু অৰ্থৰ সাদৃশ্য পৰিলক্ষ্যণীয়। বহাগৰ প্ৰথম দোমাহীত্ বেজেৰাৰ সম্ভৱত ( সত্ৰত ) সভা অৰ্থাৎ দেউল-পূজা অনুষ্ঠিত হয়। এই সভা বা দেউলৰ অন্যতম বিশেষত্ব পাওৰা বা পাউৰা ( বিভিন্ন ৰঙৰ কাপোৰেৰে সুসজ্জিত বাঁহ এডাল অৰ্জুন গছ এজোপাত আওজাই থোৱা ) তোলা। দুডাল বা তিনিডাল বাঁহ যোৰা লগাইহে পাউৰাৰ বাঁহডাল প্ৰস্তুত কৰা হয়। সম্ভৱৰ বাহিৰে পূব কামৰূপৰ আন ঠাইত সভা বা দেউলৰ অনুষংগত পাওৰা বা পাউৰা তোলা নহয়। বঙালী অঞ্চলত প্ৰচলিত পাওৰা বা পাউৰা তোলা উৎসৱৰ লগত বেজেৰাৰ সম্ভৱত অনুষ্ঠিত পাওৰা তোলা উৎসৱৰ সাদৃশ্য দেখা যায়।

দৰং জিলাৰ অন্তৰ্গত টংলাৰ সমীপস্থ পলাহগড়ত ( ঝাৰগাঁও ) ৬ ব'হাগৰ দিনা আনুষ্ঠানিকভাৱে বিভিন্ন ৰঙৰ কাপোৰেৰে সুসজ্জিত দুজোপা বাঁহৰ বিয়া পাতে। সুসজ্জিত বাঁহ দুডালৰ এখডাল পাৰ্বতী আৰু চুটিডাল শিৱ বা ঝাপেৰী গোহাঁইৰ

প্ৰতীক। বাঁহৰ বিয়াখন 'ঝাপেৰী গোহাঁইৰ বিয়া' নামেৰেও পৰিচিত। বিয়াৰ অন্তত বাঁহ দুডাল দুই-চাৰিজন মতা মানুহে কান্ধত তুলি লৈ গাঁও ফুৰাবৰ বাবে অগ্ৰসৰ হয়। তেওঁলোকৰ লগত গাঁৱৰ ডেকা-বুঢ়াসকলেও ঢোল-তাল বজাই আগবাঢ়ে শোভাযাত্ৰা কৰি। বাঁহ দুডালসহ সমগ্ৰ অঞ্চলটো ঘূৰাৰ অন্তত শেষনিশা বাঁহ দুডাল নদীৰ সোঁতত বা পুখুৰীৰ পানীত উটুৱাই দিয়ে আৰু বাঁহ দুডাল কঢ়িওৱা মানুহকেইজনে গা-পা ধুই ঘৰলৈ ঘূৰি আহে। তেওঁলোকে বিশ্বাস কৰে যে, পানীৰ সোঁতত বাঁহ দুডাল উটাই নিয়াৰ ফলত গাঁৱৰপৰা বিপদ-বিঘিনি, অপায়-অমংগল, মাৰি-মৰক আদি আঁতৰি যায়। ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি যে, 'ঝাপেৰী গোহাঁইৰ বিয়া' মুখ্যতঃ সামূহিকভাৱে অকল্যাণ আৰু অমংগল বিদূৰণ কৃত্যৰ ওপৰত প্ৰতিষ্ঠিত। দ্বিতীয়তে, উত্তৰ কামৰূপত প্ৰচলিত দহৰ ফুৰোৱা উৎসৱৰ লগতো 'ঝাপেৰী-গোহাঁইৰ বিয়া'ৰ সংযুতিৰ অন্যতম একক 'গাঁও ফুৰোৱাৰ' ( দহৰ ফুৰোৱা ) সাদৃশ্য স্পষ্ট। ৮ ব'হাগত এইখন গাঁৱতেই অনুষ্ঠিত হয়—'গাছ-বিয়া' বা 'শিৱ-পাৰ্বতীৰ বিয়া' বা 'বেউলা-লখিন্দৰৰ বিয়া'। সেইদিনা নিচেই পুৱাতে খেৰৰ দুটা জুমুঠিৰ ওপৰত কাপোৰ মেৰুৱাই দুটা পুতলা প্ৰস্তুত কৰি ওচৰতে থকা গছজোপাৰ ডাল এটিত বান্ধি থৈ আহে আৰু বিয়াৰ অনুষংগত কৰিবলগীয়া কৃত্যবোৰ, যেনে: তেলদিয়া, পানীতোলা আদি সম্পন্ন কৰি আনুষ্ঠানিকভাৱে পুতলা দুটা গছৰপৰা নমাই অনা হয়। বিয়াত যি ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ পালন কৰি দৰা-কন্যাক নোৱায় তদ্ৰূপ এই পুতলা দুটাকো দৰা-কন্যাৰ নিচিনাকৈ গীত-পদ, বাদ্য-বাজনা উৰুলি-জোকাৰ আদিৰ মাজত নোৱোৱা-ধোৱোৱা হয়। ইয়াৰ পিছত যথাবিহিতভাৱে হোম-পুৰি পুতলা দুটাৰ বিয়া পাতে। কলগছৰ দোনাৰে নিৰ্মিত মেৰঘৰত দৰা-কন্যাক ( পুতলা দুটা ) যথা নিয়মে ৰাখে। ইয়াকে বোলে ঘৰদিয়া। আবেলি কলগছৰ দোনাৰে নিৰ্মিত দোলা এখনত দৰা-কন্যা উভয়ৰে ( পুতলা দুটা ) তুলি নি

পানীত উটুৱাই দিয়ে। পিছলৈ নোচোৱাকৈ দোলাভাৰী দুজন আৰু তেওঁলোকৰ দলৰ লোকসকল আৰু আন এটা দলৰ লোকৰ মাজত দলি মৰামৰি হয়। বিশ্বাস কৰা হয় যে, এনেদৰে দলি বা চপৰা মৰামৰি কৰিলে ভূত-প্ৰেত-অপদেৱতা আদি আহিব নোৱাৰে। দোলাত তুলি নি পুতলা দুটা নদীৰ সোঁতত উটুৱাই দিয়াৰ যাদুমূলক অৰ্থ (magical meaning) গাঁৱৰপৰা বিপদ-বিঘিনি আৰু অপায়-অমংগল আদি সামূহিকভাৱে খেদি পঠোৱা। বিয়াৰ আঠদিনত এই গাঁৱৰ লোকসকলে সামূহিকভাৱে আঠমঙলা বা নেওতা পাতে। আঠমঙলাত মাছ-মাংস আদিৰে ভোজ ৰান্ধি দুখন কলপাতত দৰা আৰু কইনাৰ উদ্দেশ্যে ভাত-ব্যঞ্জন, মাছ-মাংস, পিঠা-পনা আদি বাঢ়ি দি আওহতীয়া ডাঙৰ গছ এজোপাৰ তলত থৈ আহি ৰাইজে হৰিধ্বনি দি ভোজ খায়। অপদেৱতাক সন্তুষ্ট কৰি গাঁৱৰপৰা বিদায় দিবৰ বাবেই যে এইদৰে ভাত-আঞ্জা আদি আগবঢ়ায় তাত সন্দেহ নাই।

৭ ব'হাগৰ দিনা হৰিশিঙাৰ ওচৰৰ অম্বাগাঁৱৰ উত্তৰে অৱস্থিত ওদোলা গাঁৱতো বাঁহ-পূজা আৰু বাঁহ-বিয়া অনুষ্ঠিত হয়। অৱশ্যে বাঁহ এডাল্। এই বাঁহডালত বিভিন্ন ৰঙৰ কাপোৰ মেৰোৱা হয়। কাঠেৰে নিৰ্মিত আন এডাল দীঘল স্তম্ভৰ শীৰ্ষভাগ উৰমাল, গামোছা আদিৰে সুমণ্ডিত কৰি উভয়কে দুই-তিনি দিন পূৰ্বৰেপৰা গাঁও ফুৰাই ৰাজহুৱা গোহাঁইঘৰৰ চোতালত উভয়ৰে বিয়া আনুষ্ঠানিকভাৱে সম্পন্ন কৰে। বাঁহডাল দীঘল আৰু ই পাৰ্বতী বা বেউলাৰ প্ৰতীক, কাঠৰ সৰু স্তম্ভডাল বাঁহডালতকৈ চুটি আৰু ই শিৱ বা লখিন্দৰৰ প্ৰতীক। দুয়োডালকে একে লগ কৰি বিয়া পতা কৃত্যক স্থানীয় ভাষাত 'লাম্‌জা' কৰা (অৰ্থাৎ লগ লগোৱা) বোলে। সেইবাবে উৎসৱটোৰ নামো 'লাম্‌জা উৎসৱ'। বিয়াৰ অন্তত, গোহাঁইঘৰৰ সমুখত বিভিন্ন দেৱ-দেৱীক স্থানীয় ৰীতিমতে পূজা কৰা হয়। পূজাৰ পিছত দেওধনী নৃত্য অনুষ্ঠিত হয়। এই প্ৰসংগত জয়ঢোল আৰু তাল বজোৱা হয়। পহলাগড়ত 'গাছ-বিয়া'ৰ অনুষংগত ঢোল-তাল আদি বাদ্যযন্ত্ৰ

বজোৱাৰ উপৰিও আগদিনা অৰ্থাৎ ৭ ব'হাগৰ দিনা (গোন্ধৰ উপলক্ষে) খুলীয়া ভাউৰীয়া অনুষ্ঠিত হয় আৰু পিছদিনা অৰ্থাৎ ৮ ব'হাগত পুতলা বিয়া আৰু বাসুদেৱ পূজা উপলক্ষে ৰিয়াহুৰ ওজাপালি উঠে।

ওদোলাত আবেলি পাৰ্বতী বা ৰেউলাক বিসৰ্জন দিয়াৰ পূৰ্বে সেই অঞ্চলৰ মানুহ তাত গোট খায়। গোহাঁইঘৰৰ দাঁতিৰ বহল খলা এখনত ওলাই যাব নোৱাৰাকৈ চাৰিওফালে পাৰ বান্ধি কেইকলহমান পানী ঢালি খলাখন বোকা কৰে। তেনেতে গাঁৱৰ ১০/১৫ জন ডেকা ল'ৰাই আঁঠুৰ ওপৰলৈ কাপোৰ কোচাই খালী গাৰে আহি সেই বোকাত মিথ্যা যুদ্ধৰ অভিনয় (mock fighting) কৰে। এইদৰে কিছু সময় অভিনয় চলে। ইয়াৰ অন্তত ঢোল-তাল, জয়ধ্বনি, উৰুলি-জোকাৰ দি শোভাযাত্ৰা কৰি দীঘল বাঁহডালৰ-পৰা কাপোৰবোৰ সোলোকাই থৈ পানী আৰু বোকা থকা এখন পথাৰলৈ লৈ যায়। পথাৰৰ পানীলৈ নামি যোৱা ডেকাদলটো দুভাগত বিভক্ত হয়—এটা দলে বাঁহডালৰ গুৰিটো বোকাত পোতে, বাকীবিলাকে তাৰ সামান্য উপৰ ভাগত ধৰি থাকে আৰু সেই দলৰ ভিতৰৰে এজন ডেকাই বাঁহডালৰ উপৰলৈ উঠি গৈ বাঁহডালৰ আগটো হলাই আনি ভাঙিবলৈ প্ৰয়াস কৰোতে ইটো দলৰ ডেকা-সকলে যুঁজ কৰি বাঁহডাল পানীত পেলাই দিয়ে। তেতিয়া এই দলটোৱেও তেনেদৰে বাঁহডাল ভাঙিবলৈ প্ৰয়াস কৰে। এইদৰে কিছু সময় যুঁজ কৰি থকাৰ পিছত এই দল দুটাৰ যিকোনো এটা দলৰ ডেকাহঁতে বাঁহডাল ভাঙিবলৈ সক্ষম হয়, আৰু তেওঁলোকেই জয়লাভ কৰে। বাঁহডাল টুকুৰা-টুকুৰ কৰি পানীত পেলাই দিয়ে। এই অনুষ্ঠানটোও বিপদ-বিঘিনি বিদূৰণ যাদুৰ লগত সম্পৃক্ত।

অতীতত দৰঙৰ বিভিন্ন ঠাইত সাতবিহুৰ ভিতৰতে 'গাছ-ৰিয়া' উৎসৱ অনুষ্ঠিত হোৱাৰ প্ৰমাণ পোৱা যায়।

দৰঙ আৰু পূব কামৰূপত প্ৰচলিত দেউল-উৎসৱ বাঁহ-পূজাৰ উন্নত অভিব্যক্তি। দেউল-পূজা বা উৎসৱৰ বাবে প্ৰয়োজন এটা দেউল

অৰ্থাৎ টিলাৰ দৰে সজা এটা মাটিৰ ঢিপ। সংস্কৃত 'দেৱদল' শব্দৰপৰা 'দেউল'ৰ বিকাশ হ'ব পাৰে। দেউলৰ 'ভিঠি'টোৰ গাত থাকে সাতোটা খলপ বা থাক। কোনো কোনোৰ মতে এই সাত খলপ সপ্ত স্বৰ্গৰ প্ৰতীক।[৪৮] দেউলৰ 'ভিঠি'টোৰ শীৰ্ষভাগত শিৱলিংগৰ আধাৰশিলা সদৃশ শিল এটা প্ৰতিষ্ঠা কৰা হয়। অৱশ্যে এই শিলটো লৰচৰ কৰিব পাৰি। দেউল-ভিঠিৰ চাৰি কোণত চাৰিডাল জাতিবাঁহ, গুৰি আৰু আগভাগ নকটাকৈ (অৰ্থাৎ সম্পূৰ্ণ বাঁহডাল) পোতে। বাঁহকেইডালৰ ৪ মিটাৰ মান উপৰ অংশৰহে জেকনিবোৰ কাটি পেলোৱা হয়। বাকী অংশৰ জেকনিবোৰ কটা নহয়। দেউল-ভেঠিৰ প্ৰায় ৪ মিটাৰ মান উপৰত এখন নাগপাশ বাঁহ চাৰিডালত বান্ধি আঁৰি দিয়ে। নাগপাশত চামৰ বা চোঁৱাৰ নাথাকে। এই বাঁহ চাৰিডালৰ লগতে একোটাকৈ ডাঙৰ কল-পুলি ৰুব লাগে। প্ৰতিটো বাঁহ আৰু কলপুলিৰ লগতে জাতি-বাঁহৰ দীঘল জেকনি চাৰি-পাঁচডাল বান্ধি দিয়া দেখা যায়। 'দেউল-ভিঠি'ৰ দক্ষিণফালে নামনিত বিষ্ণু-পূজাৰ বাবে ডাঙৰকৈ এটা বেদী নিৰ্মাণ কৰি ইয়াৰ চাৰিও কোণত চাৰিটা কলপুলি পোতে। বেদীৰ উপৰত থাকে চামৰযুক্ত চন্দ্ৰতাপ। পিঠাগুড়ি, ফাকু, পতান, বেলপাত আদিৰ গুড়িৰে বেদীত মনোৰমকৈ মণ্ডল দি ঘট, গছা, দীপ, ধূপ, আদিৰে শোভিত কৰা হয়। দেউল-ভিঠিৰ সোঁমাজতে দুয়োফালে মৎস্যসহ দুটা মগৰ সংযুক্ত এখন সিংহাসন প্ৰতিষ্ঠা কৰে। দেউলৰ খলাত এখন ৰভা দিয়ে। দেউল-পূজা উত্তৰমুখে কৰা বিধেয়। পূজাৰ সময় সমাগত হোৱাৰ লগে লগে পুৰোহিতে বিগ্ৰহসহ সিংহাসনখন মূৰত লৈ দেউল-ভেঠিৰ প্ৰতিটো থাকেৰে সাতবাৰকৈ প্ৰদক্ষিণ কৰি দেউলৰ শীৰ্ষভাগত উপনীত হয়গৈ। পুৰোহিতৰ আগে আগে পূজা-কৰ্তাই হাতত চামৰ লৈ গৈ থাকে। এই সময়ত ওজাপালিয়ে বন্দনা

৪৮. সংবাদদাতাঃ শ্ৰীবিষ্ণুৰাম শৰ্মা শাস্ত্ৰী (৬৪), গোবিন্দধাম, ছিপাঝাৰ, ২০।৪।৮৮

গায় আৰু নামুৱেই অৰ্থাৎ নামগোৱা দলে নাম-কীৰ্তন কৰে। আই-বাই, বোৱাৰী-জীয়ৰী আদিয়ে দিয়ে মাংগলিক জোকাৰ। দেউলৰ শেষ থাকৰ উপৰভাগত পুৰোহিতে যথা নিয়মে আৰু যথাৰীতিৰে বিগ্ৰহসহ সিংহাসনখন প্ৰতিষ্ঠা কৰি সেই সিংহাসনখন মূৰত তুলি লৈ পুনৰ পূজাৰী ব্ৰাহ্মণজন পূজাস্থলীলৈ নামি আহে আৰু নামনিত থকা বেদীটোত সিংহাসনখন প্ৰতিষ্ঠা কৰি বিধিপূৰ্বক পূজা আৰম্ভ কৰে। পূজাৰ শেষত গধূলি আকৌ সেই একেই নিয়মে সিংহাসনৰ সৈতে বিষ্ণু মূৰ্ত্তিটো মন্দিৰলৈ নিয়া হয়। অধিবাসৰ সময়ত আৰু সেইদিনা গোটেই ৰাতিটো আৰু দেউলৰ দিনা গোটেই দিনটো বিয়াহৰ ওজাপালি উঠে। অঞ্চল বিশেষে নাম-কীৰ্তন ধৰা হয় নাইবা খুলীয়া ভাউৰীয়া উঠে।

ৰাতিপুৱাৰেপৰা দেউল-পূজা আৰম্ভ হয়। দেউলথলাৰ ওচৰতে মেলা বহে। কোনো কোনো দেউলত আকৌ দুদিনীয়াকৈও মেলা বহে। ইয়াৰপৰা দেখা যায় যে, দেউল-উৎসৱে লোক-সমাজত উমৈহতীয়া বজাৰৰ ভূমিকা গ্ৰহণ কৰি আহিছে। তাহানি বজাৰ-সমাৰ নোহোৱা দিনত দেউলৰ লোক উপযোগিতা একোতে অস্বীকাৰ কৰিব নোৱাৰি। এনে মেলাত জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো মানুহে যোগ দিয়ে।

যি অঞ্চলত দেউল-উৎসৱ অনুষ্ঠিত হয় সেই অঞ্চলৰ জনসাধাৰণে তাৰ কেইদিনমান আগৰেপৰা কানি-কাপোৰ ধোৱে, অওহী-বওহী, ইষ্ট-কুটুম্বৰ বাবে তৰহে তৰহে খাদ্য-সামগ্ৰী প্ৰস্তুত কৰে। ল'ৰা-ছোৱালীক ন-কাপোৰ দিয়ে। দেউল-উৎসৱে যোগাযোগৰ মাধ্যম-ৰূপেও ভূমিকা গ্ৰহণ কৰি আহিছে। ৰাজহুৱা খা-খবৰ, বা-বাতৰি, চৰকাৰী ঘোষণাদি প্ৰচাৰত দেউল-উৎসৱৰ গুৰুত্ব লক্ষ্য কৰিব পাৰি। দেউল-উৎসৱে পৰম্পৰাগত দৃশ্য-শ্ৰব্য পৰিবেশ্য কলা ৰাজহুৱা-ভাৱে অনুষ্ঠিত হোৱাৰ প্ৰসংগত সুবিধা প্ৰদান কৰে।

বিয়া-বাৰুৰ ক্ষেত্ৰতো দেউল-উৎসৱৰ ভূমিকা নোহোৱা নহয়।

অনেক ক্ষেত্ৰত বিবাহযোগ্য পুৰুষে তেওঁৰ ভাবী পত্নীক চোৰা-মেলা কৰা আৰু বিপৰীতে বিবাহযোগ্যা কন্যাই তেওঁৰ ভাবী স্বামীক চোৰা-মেলা কৰাৰ সুবিধা লাভ কৰে—দেউল-উৎসৱ চাবলৈ অহাৰ জৰিয়তে। কেতিয়াবা আকৌ ডেকা-গাভৰু উভয়ে বাপেক-মাকৰ চকুত ধূলি মাৰি দেউল চাবলৈ অহাৰ সুবিধা গ্ৰহণ কৰি পলাই যায়। কোনো কোনো ডেকাই আকৌ দেউল চাবলৈ অহা গাভৰুক ধৰি লৈ গৈ আনুষ্ঠানিকভাৱে বিয়া-বাৰু কৰাই সুখে-সন্তোষে দাম্পত্য জীৱন অতিবাহিত কৰে। এই প্ৰসংগত বিহু-উৎসৱৰ লগত দেউল-উৎসৱৰ সাদৃশ্য দেখা যায়।

প্ৰচলিত জনশ্ৰুতিমতে সাতবিহুলৈকে দৰঙৰ বিভিন্ন স্থানত অনুষ্ঠিত হোৱা দেউলকেইটা ৰাজকীয় পৃষ্ঠপোষকতাত উদ্‌যাপিত হৈছিল। ইয়াৰ বাহিৰে ব'হাগৰ ৩১ তাৰিখলৈকে বিভিন্ন ঠাইত অনুষ্ঠিত দেউল-উৎসৱ সেই সেই অঞ্চলৰ ধনী আৰু বিশিষ্ট ব্যক্তিৰ পৃষ্ঠপোষকতাত উদ্‌যাপিত হৈ আহিছে। ব্যক্তিবিশেষৰ দ্বাৰা উদ্‌যাপিত হ'লেও দেউল-উৎসৱৰ বিভিন্ন আচৰণত ৰাজহুৱা জীৱনৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। বৰ্তমান দেউল-উৎসৱ কেৱল ব'হাগ মাহতে সীমিত থকা নাই—জেঠ মাহ পৰ্য্যন্তও সম্প্ৰসাৰিত হৈছে। এদিনতে বিভিন্ন স্থানত বিভিন্ন দেউল-উৎসৱ অনুষ্ঠিত হোৱাও দেখা যায়। যি স্থানত দেউল অনুষ্ঠিত হয় সেই ঠাইৰ নাম অনুসৰি দেউল-উৎসৱটোৰো নামকৰণ কৰা হয়। যেনে—ধোঁৱাবান্ধাত হোৱা দেউল-উৎসৱৰ নাম ধোঁৱাবান্ধাৰ দেউল। ছিপাঝাৰ চহৰৰ নিকটৱৰ্তী মাবৈ বা মাৰেই গাঁৱত অনুষ্ঠিত দেউলটোক 'সুঁৱেৰি' বোলে; যেনে: 'মাৰেই সুঁৱেৰিৰ দেউল'। পাতিদৰং আৰু বৰদৰঙত অনুষ্ঠিত হোৱা আন আন দেউলক কিন্তু 'সুঁৱেৰি' আখ্যা দিয়া নহয়। এইফালৰপৰা দক্ষিণ কামৰূপৰ 'সুঁৱেৰি' বা 'ভঠেলি'ৰ লগত যে, দেউল-উৎসৱৰ যোগসূত্ৰ ৰক্ষিত হৈ আহিছে তাত সন্দেহ নাই। প্ৰচলিত পৰম্পৰামতে ১ম বিহুৰ দিনা বৰদেউলগুৰিত

অনুষ্ঠিত দেউলটো পোনতে স্থাপন কৰিছিল ব্ৰাহ্মণসকলৰ ভিতৰত শ্ৰেষ্ঠ ধৰ্মদেৱ ভূঞাই।

কোনো কোনো দেউল-উৎসৱৰ অনুষংগত মিথ্যা যুদ্ধাভিনয় অনুষ্ঠিত হোৱা দেখা যায়। ঘোপাত অনুষ্ঠিত বিহু-ভাঙা দেউল-উৎসৱ 'চাণ্ড সংঘৰ্ষ'ৰ বাবে প্ৰসিদ্ধ। কটাহিৰ ধোপৰ তলত অনুষ্ঠিত দেউল-উৎসৱ 'গড়ভাঙা' কৃত্যৰ বাবে জনাজাত।

ইতিমধ্যে উল্লেখ কৰি অহা হৈছে যে বৰো-কছাৰীসকলে ৰঙালী বিহু অৰ্থাৎ ৰাসাগু খোৱা-লোৱা আৰু নৃত্য-গীতৰ মাধ্যমেৰে উদ্‌যাপন কৰে। ৰাভাসকলৰ মাজত প্ৰচলিত বসন্ত উৎসৱ 'বায়খু'ৰ লগত বিহু উৎসৱৰ সদৃশ্য স্পষ্ট। তেওঁলোকৰ মতে 'বায়খু' শব্দৰপৰা বিহু শব্দৰ উদ্ভৱ হৈছে; যেনে: বায়খু>বায়হু>বিহু। ৰাভাসকলৰ মতে 'বায়' মানে দেৱতা আৰু 'খু' মানে দিয়া; অৰ্থাৎ 'বায়খু'ৰ অৰ্থ দেৱতাই দিয়া ৰংধেমালি।[৪৯] বহাগ-জেঠমাহত শালি খেতিৰ বাবে কঠীয়া সিঁচাৰ আগে আগে 'বায়খু' আৰু 'ৰিসি' দেৱতাক বলি-বিধানেৰে পূজা কৰি খেতি-বাতিৰ মংগল কামনা কৰাৰ অনুষংগতেই 'বায়খু-উৎসৱ' পালিত হয়। নৃত্য-গীত আৰু বাদ্য-বাজনা এই উৎসৱৰ অপৰিহাৰ্য্য অংগ।

মিচিংসকলৰ বাসন্তিক উৎসৱ 'আলি-আই-ল্‌গা'ঙৰ লগতো ৰঙালী বিহুৰ সাদৃশ্য নথকা নহয়। 'আলি-আই-ল্‌গাং' মুখ্যতঃ কৃষি উৎসৱ।[৫০] আনকি অজনজাতীয় অসমীয়ালোকৰ নিচিনাকৈ মিচিংসকলেও ব'হাগ বিহু উদ্‌যাপন কৰে ধৰ্মীয় কৃত্য আৰু যৌন গন্ধী গীত আৰু নৃত্যৰ জৰিয়তে। মিচিংসকলে বিহু-গীত সদৃশ 'অইনিতম' গায় 'আলি-আই-ল্‌গাঙ'ৰ অনুষংগত। 'অইনিতম'ৰ লগত জৰিত নৃত্যই ল্‌গাংনৃত্য। ডিমাছাসকলৰ দৃষ্টিত 'বুস্থু' অৰ্থাৎ ৰঙালী বিহু উৎসৱৰ প্ৰধান লক্ষ্য শস্যৰ দেৱতা ব্ৰাই শিব্ৰাই আৰু বতাহ-বৰষুণক

৪৯. শ্ৰীমণি ৰাভা: ৰাভা সংস্কৃতিৰ ধাৰা (অপ্ৰকাশিত প্ৰবন্ধ)
৫০. শ্ৰীভৃগুমুনি কাগ্‌য়ুং (সম্পা): মিচিং সংস্কৃতিৰ আলেখ্য. পৃ. ৯৮

দেৱী গামাডী বা দেৱী পাৰ্বতীক সন্তুষ্ট কৰা। ‘বুসু’ৰ অৰ্থ হ’ল সকলোৱে একগোট হৈ নৃত্যগীত প্ৰদৰ্শন কৰি ভোজ-ভাত খোৱা।[৫১] আবৰসকলৰ উঞ্চিং (Uing) বা আৰাণ (Aran) উৎসৱৰ লগত অসমৰ ৰঙালী বিহুৰ মিল চকুত লগা।[৫২] অৰুণাচলৰ রাঙ্খো সমাজত ৰঙালী বিহুৰ সমধৰ্মী উৎসৱ ‘লুকু’ প্ৰচলিত। নক্টেসকলেও ৰঙালী বিহু সদৃশ উৎসৱ পালন কৰে। টাংছাসকলৰ দ্বাৰা উদ্‌যাপিত ‘চামবুনমোৰ’ (Sambunmor) উৎসৱৰ লগত অসমৰ বহাগ বিহুৰ উৎসৱ-আচৰণৰ সাদৃশ্য দেখা যায়। এই উৎসৱত টাংছাসকলে ‘বিহউচি’ (bihausi) গীত গায়। ‘বিহউচি’ পদটো ‘বিহু’ৰপৰা আহিব পাৰে।[৫৩] উত্তৰ লখীমপুৰৰ দেউৰীসকলে কুণ্ডি-মামা অথবা হৰ-গৌৰীক কুকুৰা আৰু গাহৰিৰে পূজা কৰি ৰঙালী বিহু উৎসৱ পালন কৰে গীত আৰু নৃত্যৰ জৰিয়তে।[৫৪] অৰুণাচলৰ আদি গোলংসকলে পালন কৰা ‘মপিন’ বা ‘চলোং’ কৃষি উৎসৱ। ৰঙালী বিহু উৎসৱৰ লগত ‘মপিন’ৰ সাদৃশ্য চকুত লগা। কামেঙৰ ছেৰডুকপেন আৰু মনপাসকলৰ কৃষি উৎসৱ ‘লোচে’ৰ সৈতে ৰঙালী বিহুৰ প্ৰসংগত অনুষ্ঠিত উৎসৱ প্ৰায় একে। সেইদৰে আপাটানি-সকলৰ ‘মলকো’; ডফলাৰ ‘চিৰম-মালোচম’, গাৰোৰ ‘ৰংচুগালা’, ‘ওৱাংগালা’ আদি বিভিন্ন কৃষি উৎসৱৰ অনুষংগ, সংযুতি, বিষয়বস্তু, অৰ্থ, তাৎপৰ্য্য আৰু প্ৰতীকৰ ফালৰপৰা বিহু-উৎসৱৰ লগত সাদৃশ্য দেখুৱাব পাৰি।

মিজোৰামৰ কুকিসকলে খেতিৰ পূৰ্বে ‘আৰেম’ (Arem) উৎসৱ পালন কৰে চাৰিদিনীয়াকৈ। আকৌ খেতিৰ মংগল কামনা কৰি

৫১. শ্ৰীনগেন্দ্ৰ নাথ বৰুৱা : ডিমাচাসকলৰ গীত-মাত, পৃ. ৯

৫২. শ্ৰীটাংগাং টাকি : আবৰসকলৰ বিহু (উছবৰ বং চ’ৰা), পৃ. ৪৯

৫৩. Dr. P. Goswami : *The Spring time Bihu of Assam*, P. 42

৫৪. *Ibid*

তেওঁলোকে 'ছপ-ছৰ-কুট' (chap-char-kut) উৎসৱ পালন কৰে।[৫৫] মণিপুৰৰ পুৰুমসকলে খেতি উঠাৰ ঠিক পিছতে এবাৰ আৰু খেতি-পতাৰ আৰম্ভণিতে তেওঁলোকৰ প্ৰধান দেৱতা 'নাংছুংবা'ক (Nungchungba) নৃত্য-গীত আৰু ভোজ-ভাতেৰে সাদিনীয়াকৈ পূজা কৰে। অন্তুতঃ অৰ্থ, অনুষংগ, উদ্দেশ্য আদিৰ ফালৰপৰা 'নাংছুংবা' আৰু ৰঙালী বিহু উৎসৱৰ মিল দেখা যায়।

আৰাকান আৰু চিটাগঙত বাস কৰা চাকমাবিলাকৰ প্ৰধান উৎসৱ বিযো। এই উৎসৱ এপ্ৰিল মাহত উদ্‌যাপন কৰা দেখা যায়। উৎসৱৰ সময়ত সৰ্বস্তৰৰ নৰ-নাৰী মহামুনিৰ মন্দিৰলৈ যায় আৰু গৌড়মা মন্দিৰত নৈবেদ্য আগবঢ়ায়।[৫৬] ত্ৰিপুৰাৰ জনজাতিসকলৰ মাজত বিশেষকৈ ৰেংগ (The Reangs) সকলৰ মাজত চৈত্ৰ সংক্ৰান্তি বা বহাগ বিহু 'বিসুচনি' নামেৰে পৰিচিত।[৫৭] এই প্ৰদেশৰ আন আন জনজাতীয় লোকেও এই উৎসৱটো লাহে লাহে পালন কৰিবলৈ লৈছে। সাধাৰণতে এপ্ৰিল মাহত জনজাতীয় লোকসকলৰ দ্বাৰা অনুষ্ঠিত 'কেৰ-পূজা'ৰ অনুষংগত বিভিন্ন ৰঙৰ কাপোৰেৰে সুসজ্জিত দীঘল বাঁহ এডাল পুতি পূজা কৰা হয়। এই পূজাৰ নাম 'নাগ্ৰী-পূজা'।[৫৮] ভঠেলি, পাউৰা আদিৰ উৎসৱৰ লগত 'নাগ্ৰী-পূজা'ৰ সাদৃশ্য মন কৰিব লগীয়া।

পশ্চিম বংগত ৰঙালী বিহু, নৱবৰ্ষৰ উৎসৱৰূপে পালিত হয়। তেনেদৰে পঞ্জাবত বৈশাখী-উৎসৱৰূপে চৈত্ৰ সংক্ৰান্তি পৰম্পৰাগতভাৱে পালন কৰা দেখা যায়। বৈশাখী-উৎসৱ কৃষি-যাদুৰ লগত সম্পৃক্ত।

---

৫৫. Dr. P. Goswami : *The Spring time Bihu of Assam*, P. 42

৫৬. T. H. Lewin : *Wild Races of South Estern India*, P. 176

৫৭. Dr. N. C. Sarma : *Essays on the Folklore of North Eastern India*, P. 132

৫৮. *Ibid*, P. 128

হিমাচল প্ৰদেশৰ খাচবিলাকৰ মাজতো 'বিষু', নৱবৰ্ষৰ উৎসৱৰূপে অনুষ্ঠিত হয়। দক্ষিণ ভাৰতৰ নায়াৰসকলৰ মাজত প্ৰচলিত নৱবৰ্ষৰ উৎসৱটোও 'বিষু' নামেৰে পৰিচিত।[৫৯] ওৰান (The Oraons) সমাজত গ্ৰীষ্ম-চিকাৰ, বিষু-চিকাৰৰূপে জনাজাত। ইয়াৰ বাহিৰেও ভাৰতৰ বিভিন্ন প্ৰদেশত বসন্তোৎসৱ, মহাবিষুব সংক্ৰান্তি আদি-ৰূপেও বহাগ বিহু পালিত হয়।

কৃষি-উৎসৱৰূপে ৰঙালী বিহুৰ বিশেষভাৱে মিল দেখা যায় চোটনাগপুৰৰ 'হো'সকলৰ মাজত প্ৰচলিত কৃষি উৎসৱৰ লগত। নীলগিৰি পৰ্বত নিৰাসী 'কোট'সকলেও আই বসুমতীৰ উৰ্বৰতা বৃদ্ধি আৰু কৃষিৰ প্ৰাচুৰ্য্যৰ বাবে খেতিৰ আৰম্ভণিৰ পূৰ্বে এটি উৎসৱ পালন কৰে যাৰ লগত ৰঙালী বিহু উৎসৱৰ অন্তত: তাৎপৰ্য্য আৰু প্ৰতীকৰ ফালৰ পৰা সাদৃশ্য স্পষ্ট। তেনেদৰে উৰিষ্যাৰ ভুঁইয়া-সকলৰ সমাজত পৰম নিষ্ঠাৰে উদ্‌যাপিত 'মাঘপোৰাই' উৎসৱৰ লক্ষ্যও কৃষি-যাদুৰ প্ৰয়োগ। আই বসুমতীৰ উৰ্বৰতা বৃদ্ধিৰ বাবে যেনেকৈ ৰঙালী বিহুত অসমীয়া ডেকা-গাভৰুৱে যৌৱনৰ নিৰ্দোষ নাচ নাচে, তদ্ৰূপ 'মাঘ-পোৰাই' উৎসৱতো ডেকা-গাভৰুসকলে বিভিন্ন কৃত্য সম্পাদন কৰে।

অসম তথা ভাৰতৰ বিভিন্ন অঞ্চলত প্ৰচলিত মহাবিষুব সংক্ৰান্তি বা চৈত্ৰ সংক্ৰান্তি বা বহাগদোমাহী বা ৰঙালী বিহুৰ মাজত কিছুমান উমৈহতীয়া বৈশিষ্ট্য দেখা যায়। যেনে:

(ক) প্ৰধানত: ই কৃষি উৎসৱ।

(খ) প্ৰজনন কৃত্যৰ লগত সম্পৃক্ত।

(গ) বাসন্তিক বা বসন্তকালীন উৎসৱ।

(ঘ) নৱ বৰ্ষৰ উৎসৱ।

(ঙ) ধৰ্মীয় অনুষংগৰ সৈতে সম্পৃক্ত।

(চ) নৃত্য-গীত-বাদ্যৰ প্ৰাধান্য।

---

৫৯. Dr. P. Goswami, *Op-cit*, P. 23

(ছ) খোৱা-লোৱাতকৈ নৃত্য-গীত বা পূজা-উপাসনাৰ ওপৰত অধিক গুৰুত্ব।

আৰু (জ) বিভিন্ন বিশ্বাস-জনশ্ৰুতি আৰু মিথৰ লগত জৰিত।

উপৰৰ আলোচনাৰপৰা দেখা যায় যে, বসন্তোৎসৱ ৰঙালী বিহু বিভিন্ন সমাজৰ সাংস্কৃতিক সমলৰ এক সমন্বিত ৰূপ বা সংহতিত যোগৰূপ। গতিকে বিহু উৎসৱ সমন্বয়, সমাহৰণ আৰু সম্প্ৰীতিৰ প্ৰতীকৰূপে অভিহিত হ'ব পাৰে।

অসম তথা উত্তৰ-পূব ভাৰতৰ বিভিন্ন অঞ্চলত বাস কৰা বঙালী হিন্দু আৰু চাহ বাগিছাৰ সমাজত চৈত্ৰ সংক্ৰান্তিৰ অনুষংগত চড়ক-পূজা অনুষ্ঠিত হয়। 'ভঠেলি', 'দেউল' আদি উৎসৱৰ লগত চড়ক-পূজাৰ অৰ্থ, তাৎপৰ্য্য, প্ৰতীক আদিৰ ফালৰপৰা সাদৃশ্য নথকা নহয়।

বসন্তকালত উদ্‌যাপিত উৎসৱসমূহৰ ভিতৰত ফাকুৱা বা 'হ'লি' বা দৌলোৎসৱ উল্লেখযোগ্য। দৰং আৰু পূব কামৰূপত বহাগ মাহত অনুষ্ঠিত বিষ্ণু-পূজা আৰু মেলাৰ সমষ্টি বিশিষ্ট উৎসৱটি 'দেউল'-ৰূপে পৰিচিত। দ্বিতীয়তে, 'হ'লি' বা ফল্গুৎসৱকো অঞ্চল বিশেষে দেউল বোলা হয়। 'হ'লি' বা ফল্গুৎসৱ সৰ্বভাৰতীয় উৎসৱ। ই উৰ্বৰতাবাদৰ লগত সম্পৃক্ত। এইফালৰপৰা 'হ'লি'ক যৌন-উৎসৱ আখ্যা দিব পাৰি।[৬০] উৎসৱটিৰ মূল তাৎপৰ্য্য হ'ল মানুহ, জন্তু আৰু খেতি-বাতিৰ উৰ্বৰতা কামনা।[৬১] 'হ'লি' উৎসৱত আবিৰ বা ফাকুৰ প্ৰাধান্য দেখা যায়। ফাকুৰ বৰণ ৰঙা। ৰঙা বৰণৰ প্ৰতীকাৰ্থ বৰ্তমান। ই নৱজীৱন লাভৰ প্ৰতীকী অৰ্থ সূচায়। আবিৰ বা ফাকুৰ দ্বাৰা পৃথিৱীৰ উৰ্বৰতা বাঢ়ে—এনে বিশ্বাসৰ আধাৰত যে 'হ'লি' উৎসৱৰ জন্ম, তাত সন্দেহ নাই। অসম আৰু ভাৰতৰ অনুষংগত এই উৎসৱ কৃষ্ণ-ৰাধা বা গোপী মিথৰ লগত

৬০. Dr N. N Bhattacharyya: *History of Indian Erotic Literature*, P. 10

৬১. W. Crooke: *Folklore of Northern India*, Vol. II, P. 321

সম্পৃক্ত। অসমৰ সত্ৰবোৰতো 'হ'লি' উৎসৱ উদ্‌যাপিত হয়। সত্ৰৰ বাহিৰেও বিভিন্ন অঞ্চলতো 'হ'লি'-উৎসৱ পালন কৰা দেখা যায়। হাজোৰ মাধৱ মন্দিৰতো ফল্গুৎসৱ পালন কৰা হয় পৰম্পৰাগতভাৱে। ফাকুৱা উৎসৱৰ পিছৰ কৃষ্ণা ত্ৰয়োদশীত হাজোত মদনোৎসৱ বা চৈত্ৰালি উৎসৱ অনুষ্ঠিত হয়।[৬২]

সৰ্বভাৰতীয় বসন্তকালীন উৎসৱৰ পৰিসীমাত বাসন্তী-পূজা আৰু অশোকাষ্টমীকো সামৰিব পাৰি। এই উৎসৱ দুটা যিহেতু বসন্ত-কালত উদ্‌যাপিত হয় সেইবাবে উৎসৱ দুটিক ঋতুকালীন উৎসৱ বুলিব পাৰি। দ্বিতীয়তে তিথিৰ ওপৰত নিৰ্ভৰ কৰি এই উৎসৱ দুটা পালন কৰা হয় বাবে বাসন্তী-পূজা আৰু অশোকাষ্টমীক পঞ্জিকা আশ্ৰয়ী উৎসৱ আখ্যা দিব পাৰি। বসন্তকালত দেৱী দুৰ্গাক কৰা পূজাই বাসন্তী-পূজা। দুৰ্গা-পূজাৰ নিচিনাকৈ বাসন্তী-পূজাও পাঁচদিন চলে। ধৰ্মীয় কৃত্য, গীত-নৃত্য-অভিনয়, মেলা আদি বাসন্তী-পূজাৰ অন্যতম বৈশিষ্ট্য। সেইবাবে দুৰ্গা-পূজাৰ নিচিনাকৈ বাসন্তী-পূজাকো উৎসৱ বুলিব পাৰি। অসমৰ বিভিন্ন ঠাইত বাসন্তী-পূজা উদ্‌যাপন কৰা দেখা যায়।

বাসন্তী-পূজাৰ অষ্টমীতিথিৰ দিনা অশোকাষ্টমী উৎসৱ পালিত হয়। এইদিনা মৃতকৰ অস্থি গঙ্গা, ব্ৰহ্মপুত্ৰ আদি নদ-নদীত আনুষ্ঠানিকভাৱে নিক্ষেপ কৰাৰ উপৰিও পবিত্ৰ নদীত স্নান কৰা হয়। গুৱালকুছি, পলাশবাৰী আদিত অশোকাষ্টমী উপলক্ষে অনেক মানুহৰ সমাগম হয় আৰু ডাঙৰ ডাঙৰ মেলা বহে। অশোকাষ্টমী উপলক্ষে গুৱালকুছিত বহা মেলাত স্থানীয় কুমাৰৰ দ্বাৰা মাটিৰে নিৰ্মিত বিভিন্ন ধৰণৰ পুতলা বিক্ৰি কৰা দেখা যায়।

অসম তথা ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ সাংস্কৃতিক জীৱনৰ সম্যক পৰিচয়ৰ বাবে এই অঞ্চলত উদ্‌যাপিত উৎসৱ-অনুষ্ঠানসমূহৰ প্ৰণালীবদ্ধ অধ্যয়ন অতিকে প্ৰয়োজনীয়।

৬২. ড° প্ৰবীণ দাস : 'হাজোৰ দৌল আৰু মদনোৎসৱ' (ব'হাগ বিহুৰ বাৰেবৰণীয়া ছবি, ড° প্ৰফুল্লদত্ত গোস্বামী সম্পাদিত) পৃ. ১০৫-১০

# বৰোসকলৰ বসন্ত উৎসৱ

শ্ৰীকমল কুমাৰ ব্ৰহ্ম

মানুহ প্ৰকৃতি আৰু পৰিৱেশৰ দাস। আদিম অৱস্থাৰ কথাটো বাদেই, আজিও বিজ্ঞানৰ সু-উচ্চ স্থানত অধিষ্ঠিত হৈও মানুহে প্ৰকৃতি আৰু পৰিৱেশৰ প্ৰভাৱৰপৰা হাত সাৰিব পৰা নাই। মানুহে যি ভৌগোলিক পৰিসীমা আৰু প্ৰাকৃতিক পৰিৱেশৰ মাজত জীৱন ধাৰণ কৰে সেই পৰিস্থিতি আৰু পৰিৱেশৰ লগত নিজকে খাপ খুৱাবলৈ যত্ন কৰে আৰু খাপ খুৱাই ল'বলৈও সক্ষম হয়। এইদৰেই মানুহে প্ৰকৃতিৰপৰাই জীৱন ধাৰণৰ বিভিন্ন পদ্ধতি, নিয়ম-কানুন, খাৱন-পিন্ধন, ধৰ্ম বিশ্বাস, ভয়, দুখ-আনন্দৰ বহু জ্ঞান আহৰণ কৰে। সেইফালৰপৰা ওৱাৰ্ডচৱৰ্থৰ: "প্ৰকৃতি আমাৰ শ্ৰেষ্ঠ শিক্ষক" বোলা কথাষাৰ সত্য বুলি প্ৰমাণিত হয়। মানুহে সমাজৰ অংগীভূত সদস্য ৰূপে প্ৰকৃতিৰপৰা আহৰণ কৰা জ্ঞান, বিশ্বাস, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, উৎসৱ-আনন্দ, ধৰ্ম বিশ্বাস আদিৰ সামগ্ৰিক আৰু যৌগিক ৰূপেই পিছলৈ সংস্কৃতিৰ ৰূপ লয়। সেইবাবেই স্থান বা দেশ ভেদে জাতি নাইবা সম্প্ৰদায় ভেদে মানুহৰ এই সংস্কৃতিৰ ৰূপ বেলেগ বেলেগ।

মানুহৰ আনন্দ-উৎসৱ, গীত-নৃত্য আদিৰপৰাও কোন মানুহ বা কোন জাতি কেনেকৈ ক'ত থাকে, কি কৰি খায় আদি কথাৰ ইঙ্গিত পোৱা যায় নাইবা অন্য জাতিৰ সংস্কৃতিৰ বিভিন্ন ৰূপৰ সন্ধানো দিয়ে। উদাহৰণস্বৰূপে ত্ৰিপুৰাৰ ৰিয়াংসকলে বৰোসকলৰ দৰে বাঁহী, মাদল আদি বজাই খেৰায় নৃত্যৰ দৰে "হাজাগিৰি" নৃত্য কৰে। ভাদ-আহিন

মাহৰ এই নৃত্যৰ মাজেদি খেতি-বাতি ভাল হ'বলৈ ভগৱানক প্ৰাৰ্থনা জনায়। মধ্যপ্ৰদেশৰ সাতপুৰা আৰু বিন্ধ্যাচল পৰ্বতৰ নামনি অঞ্চলত বাস কৰা আদিবাসীসকলেও খেতি-বাতি ভাল হ'বলৈ 'কৰ্মনৃত্য'ৰ মাজেৰে দেৱতাক প্ৰাৰ্থনা কৰে। ঠিক সেইদৰে মালাবাৰ উপকূলৰ আদিবাসীসকলৰ "চেকমাৰ্কলী" নৃত্যইয়ো তেওঁলোক যে খেতি কৰি খোৱা মানুহ তাৰ ইঙ্গিত দিয়ে। আনহাতে গুজৰাটৰ আদিবাসীসকলৰ 'ভীল নৃত্য'ই তেওঁলোক যে চিকাৰী জাতি তাৰ প্ৰমাণ দিয়ে। সেইদৰে মণিপুৰৰ আদিবাসীসকলে তেওঁলোকে হত্যা কৰা মানুহ বা জন্তুৰ মূৰ মাটিত শাৰী পাতি থৈ তাৰ চাৰিও-ফালে ঘূৰি ঘূৰি দলবদ্ধ হৈ কৰা নৃত্য আৰু নগাসকলৰ "টুশো কুকো" নৃত্যই এইসকল জাতি যে যোদ্ধা আৰু চিকাৰী তাৰ প্ৰমাণ দিয়ে। ঠিক তেনেদৰে সৌৰাষ্ট্ৰৰ মানুহবোৰে এবিধ ঢৌ তুলি তুলি প্ৰদৰ্শন কৰা নৃত্যই ইঙ্গিত দিয়ে যে, তেওঁলোক সাগৰৰ পাৰত থকা লোক।

বিভিন্ন সময়ত বিভিন্ন ৰূপত প্ৰকৃতি হয় বিভূষিতা। কেতিয়াবা ডাল-পাতেৰে দোঁ খাই যোৱা ঘন সেউজ গছ-লতিকা আৰু ধাৰাসাৰ বৃষ্টিৰে প্লাবিত পানীৰে পৃথিৱীৰ বুকুৱে গুৰু গম্ভীৰ ৰূপ ধাৰণ কৰে। কেতিয়াবা নিয়ৰ সিক্ত পেপুৱা লগা জাৰত নঙঠা হোৱা গছৰপৰা সৰি পৰা শুকান পাতবোৰেৰে আবৃত হৈ থাকে বিস্তীৰ্ণ শুষ্ক মেদিনীৰ বুকু। কেতিয়াবা আকৌ চকু ছাট মাৰি ধৰা সৌন্দৰ্য্যৰ সম্ভাৰ লৈ প্ৰকৃতি দেৱী হয় মোহিনী ৰূপত উদ্ভাসিতা। গছে গছে নতুন কোমল পাত, ডালে-কুঞ্জে চৰাই-চিৰিকতিৰ মুখৰিত মাত, তটিনীৰ কুলুধ্বনি আৰু মন উদ্বাউল কৰা পছোৱা বতাহে মানুহৰ মন-প্ৰাণলৈ আনি দিয়ে নজনা এটি অবুজ ভাব। তেতিয়া থৌকি বাথৌ ভাব, অদম্য অনুভূতিৰ উন্মাদনাত মানুহৰ মন-প্ৰাণ নাচি উঠে।

দুখ-বেদনাৰে পৰিপূৰ্ণ জীৱনত খন্তেকৰ বাবে সকলো দুখ-বেদনা পাহৰি প্ৰকৃতি-পৰিয়ালৰ অঙ্গীভূত সদস্যৰূপে মানুহেও প্ৰকৃতিৰ এই আনন্দ, এই উচ্ছ্বাসক গীতৰ মাধ্যমেৰে বাঙ্ময় ৰূপ দিবলৈ আৰু

নৃত্যৰ জৰিয়তে চাক্ষুষ ৰূপ দিবলৈ প্ৰয়াস কৰে। ইয়াৰ পৰিণতিত সৃষ্টি হয় গীত আৰু নৃত্যৰ। এনেকৈয়ে বছৰৰ কোনো কোনো সময় বা ঋতুত লোকজীৱনে এখন্তেক হ'লেও কঠোৰ কৰ্মৰপৰা আঁতৰি আহি আনন্দ উৎসৱত মগ্ন হয়। ইয়াৰপৰাই মানুহৰ ঋতুকালীন উৎসৱ বা ঋতু উৎসৱৰ পৰম্পৰা সূচিত হৈছে। পৃথিৱীৰ বিভিন্ন দেশত বিভিন্ন ঋতুত এনেধৰণৰ বিভিন্ন ঋতু উৎসৱ পালন কৰি আহিছে আৰু জনপ্ৰিয়তাও অৰ্জন কৰিছে। ইংলণ্ডৰ কাৰ্ণিভেল (Carnival) আৰু মে'-ডে' (May-Day) এনেধৰণৰ উল্লেখ কৰিব পৰা ঋতু উৎসৱ। কঠোৰ শীতৰ অন্তত বসন্তৰ আগমনৰ লগে লগে অতি জাকজমকেৰে এপ্ৰিল আৰু মে' মাহত ইংলণ্ডৰ মানুহে এই উৎসৱদ্বয় পালন কৰে। ঠিক সেইদৰে ভাৰতৰ বিভিন্ন প্ৰদেশ বা অঞ্চলসমূহত বিভিন্ন ঋতু উৎসৱ আনন্দমুখৰ পৰিৱেশেৰে পালন কৰা দেখা যায়। সেই ক্ষেত্ৰত বঙ্গদেশ বা ভাৰতৰ বিভিন্ন অঞ্চলত অনুষ্ঠিত শাৰদীয় উৎসৱ বা শাৰদীয় পূজাৰ উল্লেখ কৰিব পাৰি। আনহাতে উত্তৰ-পূব ভাৰতত, বিশেষকৈ অসমৰ সকলো জনগোষ্ঠীৰ মাজত জাকজমক আৰু আনন্দমুখৰ পৰিৱেশেৰে পালন কৰা বসন্ত উৎসৱ—"বিহু"ৰ স্থান মন কৰিবলগীয়া। ভাৰতৰ কিছুমান ঠাইত, যেনে—পাঞ্জাৱত 'বৈশাখাদি' আৰু চিটাগঙত বাস কৰা চাকমাসকলে 'বিষু' উৎসৱ পালন কৰে যদিও অসমত পালন কৰা বিহুৰ দৰে অনাবিল স্ফূৰ্তি আৰু আনন্দৰে পালন কৰা নহয় যেন লাগে।

চ'তৰ পিছত আহে বহাগ। লগে লগে অসমৰ প্ৰকৃতিয়ে লয় নতুন ৰূপ, সেউজবুলীয়া নতুন আভৰণ। গছ-লতিকা, পাত-ফুলেৰে ৰমক-জমক হৈ উঠে অসমৰ প্ৰকৃতি। কুলি-কেতেকীৰ কূজনত মুখৰিত হৈ উঠে প্ৰকৃতি ৰাণী। বহাগী আকাশত মেঘৰ সঞ্চাৰ হয় বৰদৈচিলাৰ আগমনত। তুলা সদৃশ শুভ্ৰ পাতল মেঘে বতাহৰ আঁৰে আঁৰে বিচৰণ কৰে; সন্ধিয়া অস্তমিত আকাশত ৰঙচুৱা বৰণ ধৰে। এনেহেন ধৌকিবাথৌ লগোৱা প্ৰকৃতিৰ পৰিৱেশত পছোৱা

ৰতাহৰ স্পৰ্শ পাই মানুহৰ মন ৰাঁই-জাঁই কৰে—ডেকা-গাভৰুৰ মন আবেগত উদ্বাউল হৈ উঠে ; প্ৰেমত আপ্লুত হৈ প্ৰকৃতিৰ নৃত্যৰ তালে তালে সুৰে সুৰে নাচিবলৈ-গাবলৈ ইচ্ছা কৰে। মনৰ অদমনীয় ভাবত তেতিয়া কোনোবা অজান ডেকা-গাভৰুহালে স্বতঃস্ফূৰ্তভাৱে গায় :

"ঘৰতো নবহে মন সমনীয়া,
পথাৰতো নবহে মন,
কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।"

এয়ে অসমীয়াৰ শ্ৰেষ্ঠ বসন্ত উৎসৱ ৰঙালী বিহুৰ ৰূপ। এই বসন্তৰ ৰঙালী বিহু উৎসৱ চ'তৰ শেষ দিনাৰপৰা আৰম্ভ হৈ বহাগৰ সাত দিনলৈ চলে। তেতিয়া অসমৰ ইমূৰৰপৰা সিমূৰলৈ ডেকা-গাভৰুৰ হুঁচৰি আৰু বিহু নাচত, ঢোল-পেঁপাৰ সুৰত গাঁৱে-গাঁৱে, পথাৰে-পথাৰে ৰজনজনাই উঠে।

ড° নবীন চন্দ্ৰ শৰ্মাই অসমৰ বিহু উৎসৱক আৰ্য্য আৰু অনাৰ্য্য-সংস্কৃতিৰ সমাহৰণ বা সংমিশ্ৰণ (Synthesis) বুলি কৈছে। আনহাতে এই উৎসৱক তেখেতে শস্য উৎসৱ (Post harvesting festival) বা উৰ্বৰতাৰ উৎসৱ বুলিও অভিহিত কৰিছে। তেখেতৰ এই কথা সত্য যে, ভাৰতীয় সভ্যতা আৰু সংস্কৃতি মূলতে আৰ্য্য আৰু অনাৰ্য্যৰ (দ্ৰাবিড়ী, অষ্ট্ৰোলয়ড, মঙ্গোলীয় আদিৰ) সভ্যতা আৰু সংস্কৃতিৰ মধুৰ আৰু বৈচিত্ৰ্যপূৰ্ণ সংমিশ্ৰণৰ ফলস্বৰূপ। সেইদৰে অসমীয়া ভাষা, সভ্যতা আৰু সংস্কৃতিও আৰ্য্য আৰু ইয়াৰ চৌপাশে থকা জাতি-উপজাতিসমূহৰ ভাষা, সভ্যতা আৰু সংস্কৃতিৰ সংমিশ্ৰণত উদ্ভৱ। গতিকে অসমীয়া জাতীয় জীৱনৰ লগত ওতপ্ৰোতভাৱে বিজড়িত সংস্কৃতিৰ প্ৰথম আৰু প্ৰধান অঙ্গ বিহুৰ জন্ম আৰু বিকাশত আৰ্য্য-অনাৰ্য্যৰ অবদান নিশ্চয় আছে এই কথা কেতিয়াও নুই কৰিব নোৱাৰি। 'বিহু' শব্দটোৰ উৎপত্তি সংস্কৃত 'বিষুৱ' নাইবা 'বিষুৱৎ'

শব্দৰপৰা হোৱা বুলি বহুতে ক'ব বিচাৰে। কিন্তু বিহু উৎসৱৰ লেখীয়া উৎসৱ আৰু নাম আন আন জাতিৰ মাজতো বিদ্যমান। যেনেকৈ চিটাগঙত বাস কৰা চাকমাসকলেও এপ্ৰিল মাহত তেওঁলোকৰ বছৰৰ প্ৰধান উৎসৱ 'বিষো' অতি জাকজমকেৰে পালন কৰে আৰু মহামুনিৰ মন্দিৰত সকলো শ্ৰেণীৰ পুৰুষ-মহিলাই গৈ পূজা দিয়ে। সেইদৰে হিমাচল প্ৰদেশৰ খাচসকলেও নৱ-বৰ্ষত বিহু লেখীয়া "বিষু চিকাৰ" উৎসৱ পালন কৰে। আনহাতে মিচিংসকলৰ নৃত্যৰ-ভঙ্গিমা আৰু গীতৰ সুৰৰ লগত বিহুগীত আৰু নাচৰ বহুত সাদৃশ্য পৰিলক্ষিত হয়। বৰোসকলে "বিহু" শব্দ বি+হু (হো) শব্দৰপৰা হোৱা বুলি ক'ব বিচাৰে। বৰো ভাষাত 'বিহো'—(হু) শব্দৰ অৰ্থ—ভিক্ষা (বিচৰা) আৰু দান কৰা। তেওঁলোকে বিহু উৎসৱক বৰ্ষৰ আয়ন্তণিৰপৰা গোটেই বছৰ সুখে-আনন্দে, বিপদ-আপদ নোহোৱাকৈ অতিবাহিত কৰিবলৈ গুৰুজন, পূৰ্বপুৰুষ আৰু দেৱতাসকলৰ আশীৰ্বাদ প্ৰাৰ্থনা কৰা আৰু গ্ৰহণ কৰা উৎসৱ বুলি বিশ্বাস কৰে। আনহাতে বছৰৰ খেতি-বাতি ভাল হ'বলৈ আই ধৰিত্ৰী উৰ্বৰতা বৃদ্ধিৰ বাবেও বিহু উৎসৱ উদ্‌যাপন কৰা বুলিও ভাবে। গতিকে এই সকলোবোৰ কথা লক্ষ্য কৰি আমি ঠাৱৰ কৰিব পাৰোঁ—বিহু উৎসৱৰ জন্ম, বিকাশ আৰু প্ৰসাৰতাত বিভিন্ন জাতিৰ সংস্কৃতিৰ প্ৰভাৱ পৰিছে।

বসন্তৰ আগমনত উদ্‌যাপিত ৰঙালী বিহু ৰং-ৰহইচ্ আৰু যৌৱনৰঙা ডেকা-গাভৰুৰ মন উদঙাই দিয়া নৃত্য-গীতেৰে পৰিপূৰ্ণ বসন্ত উৎসৱ যদিও ই মূলতে কৃষি-উৎসৱ। কাৰণ, এই উৎসৱৰ মূল উপাদান কৃষি। অসম কৃষিপ্ৰধান দেশ। গতিকে এই উৎসৱৰ লৈতে যে কৃষিৰ সম্পৰ্ক থাকিব তাত সন্দেহ নাই। আনহাতে ওচৰ আৰু দূৰ সাদৃশ্য কিছুমানৰপৰাও আমি এই কথাৰ সত্যতা প্ৰতিপন্ন কৰিব পাৰোঁ। কাতি বিহুত শস্য পথাৰত চাকি বা বন্তি প্ৰজ্বলন কৰা হয়—খেতি ভাল হ'বলৈ, শস্যৰ শ্ৰীবৃদ্ধিৰ বাবে। মাঘ বিহুত

নতুন শস্য বা খেতি চপোৱাৰ আনন্দৰ অৰ্থে পিঠা-পনা নিজেও খায় আৰু অতিথিকো খুৱাই আনন্দ উপলব্ধি কৰে। সেই একেদৰে বছৰৰ আৰম্ভণিৰ লগে লগে বহাগ মাহত ৰঙালীবিহু গীত আৰু নাচেৰে সমাপন কৰা হয়—খেতিৰ বাবে, মাটিৰ উৰ্বৰা শক্তিৰ বৃদ্ধিৰ বাবে। গৰু বিহুত গৰুক গো-মাতৃ হিচাপে, শস্য উৎপাদনৰ মূল এটি আহিলাৰূপে শ্ৰদ্ধা কৰা হয়, সন্মান প্ৰদৰ্শন কৰা হয়। গতিকে এইবোৰৰপৰা আমি ঠাৱৰ কৰিব পাৰোঁ যে, বিহু উৎসৱ মূলতে কৃষি উৎসৱ। ইয়াৰ উপৰিও অসমৰ চৌপাশে থকা বিভিন্ন জন-গোষ্ঠীৰ মূল উৎসৱসমূহ, যেনে—মিচিংসকলৰ 'আলিয়াই লিগাং', ডিমাছাসকলৰ 'বুস্থু', ৰাভাৰ 'বায়খু', 'ৰংসুগালা', মিজোসকলৰ 'আৰেম' আদি মূলতে খেতি উৎসৱ আৰু এইবোৰ উৎসৱ বছৰৰ আৰম্ভণিতে উদ্‌যাপন কৰা হয়।

## বৰো লোকনৃত্য :

অসম আৰু উত্তৰ-পূব ভাৰতৰ বিভিন্ন অঞ্চলত সিচঁৰতি হৈ থকা বৰো-কছাৰীসকল প্ৰাচীন ঐতিহ্যপূৰ্ণ জাতি। এই জাতিৰ সমাজ-সংস্কৃতিৰ বিভিন্ন দিশৰ সঠিক অধ্যয়ন আৰু বহুল চৰ্চা আজিও হোৱা নাই, নাইবা তেনে ধৰণৰ গৱেষণামূলক লেখনিও প্ৰকাশ পোৱা নাই। ই সঁচাকৈ বৰ দুৰ্ভাগ্যজনক। সংস্কৃতিৰ আন আন দিশৰ দৰে এই জাতিৰ উৎসৱ-আনন্দ, নৃত্য-গীত আদিৰ বিষয়েও বহুল আলোচনা বা চৰ্চা কৰা হোৱা নাই। এই ক্ষুদ্ৰ লেখনিৰ জৰিয়তে থ্‌লমূলভাৱে বৰোসকলৰ নৃত্য সম্বন্ধে আভাস দিবলৈ প্ৰয়াস কৰা হৈছে।

বৰোসকলৰ লোকনৃত্যক মূলতে চাৰিটা ভাগত ভাগ কৰিব পাৰি আৰু এইবোৰ নৃত্য বিভিন্ন সময়ত পৰম্পৰাগত বিভিন্ন বাদ্যযন্ত্ৰ, যেনে—খান বা খাম, ছিফুং, জ'থা, বিভি, ছেৰ্জা, থৰ্‌খা, ৰামতাল, লাইথ্ৰিং আদি ব্যৱহাৰ কৰি প্ৰদৰ্শন কৰা হয়। বৰোসকলৰ লোক-নৃত্যৰ ভাগ চাৰিটা হ'ল : (১) খেৰাই নৃত্য, (২) বৈসাগু

( বিহু ) নৃত্য, (৩) হুাবা জানায় আৰু (৪) অন্যান্য পৰ্ব বা আনন্দ ফূৰ্তিত নাচা লঘু নৃত্য।

(১) **খেৰাই নৃত্য ঃ** খেৰাই নৃত্য মূলতঃ ধৰ্মীয় নৃত্য। বৰো-সকলে বছৰত তুবাৰ খেৰাই পূজা পাতে যদিও খেতি তোলাৰ পিছত পুহ-মাঘত কৰা পূজাই প্ৰধান আৰু সাৰ্বজনীন। গাঁৱৰ গঞাই একেলগে মিলি খেতি পথাৰত বা মুকলি ঠাইত গোটেই ৰাতি খেৰাই পূজা কৰে আৰু গাঁৱৰ মুনিহ-তিৰোতা, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী সকলোৱে গৈ যোগদান কৰে। সিজু গছ কই, তাৰ চাৰিওফালে ঘূৰণীয়াভাৱে বেৰা বান্ধি বেদী সজোৱা হয়। তাত ভিন্ ভিন্ দেৱ-দেৱীৰ নামত থাপনা পতা হয় আৰু সেই থাপনাত চাকি জ্বলোৱা হয়। থাপনাৰ সন্মুখত দৌদিনী ( দেওধনী ) বহে আৰু ওচৰত বহি দৌৰী ( দেউৰী )য়ে মন্ত্ৰ মাতি যায়। দৌৰীৰ মন্ত্ৰত সন্তুষ্ট হ'লে দৌদিনীৰ গাত দেৱতাই লম্ভে আৰু কঁপিবলৈ ধৰে। পিছত ভিন্ ভিন্ দেৱতাৰ ভিন্ ভিন্ ভঙ্গিমাৰে তেওঁ নৃত্য কৰে। দৌদিনীয়ে ঘূৰি ঘূৰি নৃত্য কৰাৰ সময়ত তেওঁৰ পিছে পিছে সমজুৱাৰ-পৰাও ইচ্ছুকসকলে নাচিবলৈ লয়। এয়ে বৰোসকলৰ খেৰাই নৃত্য। ইয়াত সৰ্বমুঠ বিভিন্ন তাল আৰু ভঙ্গিমাৰ মূল ১৬টা নৃত্য আছে। খেৰাই নৃত্যত গীত নাই। বাঁহীৰ সুৰৰ তালে তালে, খামৰ বোলত এই নৃত্য কৰা হয়।

(২) **বৈসাগু নৃত্য ঃ** বহাগ বিহুত ডেকা-গাভৰুসকলে ঘৰে ঘৰে আনন্দত উৎফুল্লিত হৈ যি নাচ নাচে ইয়ে বৈসাগু নৃত্য। ইয়াত বিশেষ তেনে ধৰণৰ নিৰ্দিষ্ট নৃত্য-ভঙ্গি নাই। মনৰ আনন্দত নিজ নিজ নৃত্য-ভঙ্গি সামূহিকভাৱে বাঁহী, জোথা ( খঞ্জুৰী ), থৰ্খা, ৰামতাল আদি বজাই গোৱা বিহু গীতৰ তালে তালে বৈসাগু নৃত্য অনুষ্ঠিত হয়। বৈসাগু নৃত্য, ডেকা-গাভৰুসকলে একেলগে মিলি নাইবা ডেকাই ডেকাৰ আৰু গাভৰুৱে গাভৰুৰ দল বান্ধি বেলেগ বেলেগকৈও নৃত্য প্ৰদৰ্শন কৰে।

(৩) **হ্বাবা জানায়ঃ** বৰোসকলৰ হ্বাবা জানায় বা বিবাহ নৃত্য আজিকালি বৈদিক পদ্ধতি বা ব্ৰহ্ম ধৰ্মৰ নিয়মেৰে বিবাহ সম্পন্ন কৰাৰপৰাই প্ৰায় নোহোৱাৰ নিচিনাই হ'ল। অতীত বৰোসকলে বিয়া সম্পন্ন কৰিছিল তেওঁলোকৰ আদিম বিবাহ পদ্ধতিৰে। সেই সময়ত তেওঁলোকৰ বিয়া হৈছিল চোতালৰ সোঁ-মাজত থকা বাথৌৰ সন্মুখত হাথাছুনি পদ্ধতিত। তেতিয়া মদ-মঙহৰ পূৰ্ণ পয়োভৰেৰে এই বিয়া চাৰি-পাঁচদিন ধৰি চলিছিল। গাঁৱৰ গঞাই এই বিয়াত সকলোবোৰ কাম 'ছাউৰী' খাই কৰি দিছিল। ডেকাসকলে 'বন-লাই লাইনায়', গাভৰুসকলে—চাউল, দালি আদি বস্তুৰ জমাৰ কাম আৰু 'দৈ লাইনায়' কামত সহায় কৰিছিল। হ্বাবা জানায় নৃত্যত 'বৈৰাথী'সকলে গীত গাই ওপৰলৈ দুই হাত তুলি জোকাৰি জোকাৰি আনন্দেৰে নাচে। তেওঁলোকৰ নাচোনৰ লগে লগে আন আন ইচ্ছুক তিৰোতাবিলাকেও নাচিবলৈ লয়। হ্বাবা জানায় নৃত্যত গোৱা গীতসমূহ মূলতে দুখত ম্ৰিয়মানা ন-কন্যাক সান্ত্বনা দি গোৱা, নাইবা দৰাক জোকাই লাজ দি গোৱা গীত। ন-কন্যাক ঘৰৰপৰা দৰা ঘৰলৈ উলিয়াই লৈ যোৱাৰ সময়ত বৈৰাথীয়ে নাচি নাচি গায়ঃ

দাগাবছৈ ফিছা দাগাবছৈ
হাৰ্ছা হৌৱানীলায় হ'ৰাখৈ,
নেপাল হৌৱানীলায় হ'ৰাখৈ,
গুবুন হাবিনীলায় হ'ৰাখৈ;
বৰো হৌৱানীছী—সংসাৰ জানী
হ'ৰদাং ফিছা হ'ৰদাং—।"
(নাকান্দিবা আই! নাকান্দিবা
হাৰ্ছা পুৰুষলৈ দিয়া নাই,
নেপালী পুৰুষলৈ দিয়া নাই
আন কালৈকো দিয়া নাই

বৰো দৰালৈহে সংসাৰ খাবলৈ
তোমাক দিয়া হৈছে, আই দিয়া হৈছে। )

ঠিক সেইদৰে দৰাৰ ঘৰত বৈৰাথীসকলে দৰাক লাজ দি গাই নাচে :

হ্বাবা জেংলাপ্, জেংলাপ—জেংলাপ
বানরা গৌলাউনি দিনাও—দিনাও
হ্বাবা গিদিংনি, ভুম দাখালানি
অমা বেদং বীৰী অমা বেদং।

ৱৈ হোৱা মৌজাং !
নোংনি জৌবালায়
খৈথিং-থিং—খৈথিং থিং।"

( আড়ম্বৰহীন বিয়া, তোমাৰ আড়ম্বৰহীন বিয়া,
এই দিন দীঘলৰ সময়ত।
হৈ চৈ পূৰ্ণ ডাঙৰ বিয়াৰ গাহৰী
মঙহ ক'ত ? তোমাৰ গাহৰী মঙহ ক'ত ?
ৱৈ ভাল দৰা ! তোমাৰ মদো দেখো
বৰ টেঙা হেৰো বৰ টেঙা )।

হ্বাবা জানায় নৃত্য মূলতে বৈৰাথী আৰু তিৰোতাসকলৰহে নৃত্য আৰু এই নৃত্যত তিৰোতাসকলে তাল ( জোথা ) আৰু ৰামতাল ব্যৱহাৰ কৰে।

(৪) **আন আন পৰ্বৰ লগত জৰিত লঘু নৃত্য :** এইবিধ নৃত্যক দুই ভাগত ভাগ কৰা হয়। প্ৰথমবিধ নৃত্য নাচিনা গৌলাউ ( দীৰ্ঘ নাচিনা নাচ ) আৰু দ্বিতীয় বিধ নাচিনা গুছুং ( সৰু বা চুটি নাচিনা নাচ )। নাচিনা গৌলাউ নৃত্যৰ ভিতৰুৱা নাচবোৰ হ'ল—থাখ্পালাত গাভৰুসকলে একেলগ হৈ নাচা বাগুৰুম্ বা, না'-গুৰনায়, মায় গায়নায় আদি নৃত্য। কিছুমান সৃষ্টিশীল (creative) বা আধুনিক নৃত্যও এই শ্ৰেণীৰ নাচৰ ভিতৰত পৰে। নাচিনা

গুছুং বা চুটি নাচিনাৰ নাচবিলাক সৰু সৰু আৰু কম সময়ৰ ভিতৰত শেষ হয়। সেই হিচাপে এইবোৰ নাচৰ গীতসমূহ চুটি চুটি। যেনে :

"ইং তুলিচু—চু,
খুৰ্শা খাটিয়াও থু।
আদা গোৰায়—সেও
ফালি গাস্থিয়া খেও।"

[ ( বিঙিয়ে গায় ) ইং তুলিচু-চু ! খুৰ্শাকাটি গাঁৱলৈ ব'লা। হেৰা গোৰায় সেও ককাইদেউ ! তোমাৰ গামোছাৰ গাঁঠি ( প্ৰেমৰ বন্ধন ) খুলি দিয়া। ]

ঠিক সেইদৰে :

গাভৰু : আদা নবানানি বাৰীয়াও
হে হে দাওৰায় বাদীং ;
আদা নৱান ছবান !
হে হে দাওৰায়— বাদীং।

ডেকা : দাওৰায় বী গাওৱা
মুংবী গাওৱা
বিবাৰী মনবাৰী—বিবীনাং গোদায়
নীংনি দাওখৌছী
গ্ৰেও হীনজাছে
গীওনীছৈ আং।

[ গাভৰু : নৱান শোভন ককাই ! তোমাৰ বাৰীত ময়ূৰী বহিছে।

ডেকা : ময়ূৰী ( মই ) নামাৰোঁ—একোকে নামাৰোঁ তোমাৰ ঘৰৰ মুৰগী জনীকহে ( মই ) মাৰিম। ]

আনহাতে তেনেধৰণৰে চুটি চুটি গীত গাই গৰখীয়াসকলে নাচে। যেনে:

দৈ জিৰি জিৰি
শামো খিংখিৰি
সোনানি জিঞ্জিৰি।

[ জিৰি জিৰি পানী—কেঁকোৰা-কেঁকুৰি শামুক, সোণৰ জিঞ্জিৰি। যৈ যৈ ৰূপৰ জিঞ্জিৰি ]

মুঠতে নিজৰ ভিতৰতে অৱসৰ বিনোদনৰ আহিলা হিচাপে চুটি চুটি গীতেৰে যিবোৰ নৃত্য কৰা হয় সেইবোৰেই নাচিনা গুছুং। এনেধৰণৰ নৃত্যত গাভৰু বা তিৰোতাসকলে গংগনা (গগণা) ব্যৱহাৰ কৰে আৰু ডেকা বা পুৰুষসকলে বিডি (এডাল তাঁৰ থকা বীণা), জেবেঙ্গা আদি বাদ্য সংগত কৰে। উপৰত উল্লেখ কৰা নৃত্যসমূহৰ বাহিৰেও বৰো গাওন (যাত্ৰা-গান) বোৰত এক বিশেষ ভঙ্গি বিশিষ্ট নৃত্য প্ৰদৰ্শন কৰা দেখা যায় আৰু এই বিশেষ নৃত্য, নৰ্তকী, ৰাজকুমাৰী, বান্দা-বান্দী আদিয়ে নাচে।

# মিচিংসকলৰ বসন্ত উৎসৱ

ডক্টৰ যতীন মিপুন

অসমৰ জনগোষ্ঠীসমূহৰ ভিতৰত উজনি অসমৰ বিভিন্ন অঞ্চলত বিশেষকৈ ব্ৰহ্মপুত্ৰকে ধৰি সৰু-বৰ নদী, উপনদীৰ পাৰত তথা চৰ এলেকাত বসবাস কৰি অহা মিচিংসকল এক অন্যতম জনজাতি। কাৰবি, ডিমাচা, বৰো আদি জনজাতিৰ দৰে মিচিংসকলৰ সামাজিক আৰু সাংস্কৃতিক জীৱনো বৈশিষ্ট্যপূৰ্ণ।

'আলিয়াই ল'ৃগাং' আৰু 'পঃৰাগ্' হ'ল মিচিংসকলৰ দুটা প্ৰধান উৎসৱ। পঃৰাগ্ উৎসৱ গাঁৱৰ বিয়া হৈ ওলাই যোৱা গাভৰুক পা-পৰিয়ালসহ পিতৃ-মাতৃৰ গাঁৱলৈ আমন্ত্ৰণ কৰি আনি আপ্যায়িত কৰা উৎসৱ। এই উৎসৱ প্ৰতিবছৰে পতাৰ নিয়ম নাই, গাঁৱৰ সুবিধানুসৰিহে ৩/৪ বছৰৰ মূৰে মূৰে পতা হয়; কিন্তু আলিয়াই ল'ৃগাং উৎসৱ প্ৰতিবছৰে পালন কৰা হয়। ল'ৃগাং মূলতঃ কৃষি ভিত্তিক ধৰ্মীয় উৎসৱ যদিও বৃহত্তৰ অসমীয়া জাতিৰ ৰঙালী বিহুৰ দৰে প্ৰতিবছৰে বসন্তকালত মিচিংসকলে বৰ উলহ-মালহেৰে এই উৎসৱটি পালন কৰে। প্ৰতিবছৰে ফাগুন মাহৰ প্ৰথম বুধবাৰে এই আলিয়াই ল'ৃগাং উৎসৱ অনুষ্ঠিত হয়। আলিয়াই ল'ৃগাঙৰ অৰ্থ হ'ল—'আলি' মানে মাটিৰ তলত হোৱা আলু বা ফল-মূল; 'আয়ে' মানে গছৰ গুটি বা ফল আৰু 'ল'ৃগাং' মানে সিঁচিবলৈ আৰম্ভ কৰা অৰ্থাৎ (আলিয়াই ল'ৃগাঙৰ অৰ্থ) শস্য সিঁচাৰ প্ৰথম দিন।

নৈ পৰীয়া কৃষিজীৱী মিচিংসকলৰ প্ৰধান খেতি হ'ল ধান, মাহ, সৰিয়হ, আলু, কচু, ৰঙালাও, বেঙেনা আদি। ফাগুন-চ'ত মাহত

কচু, ৰঙালাও আদি খেতিৰ লগতে বিশেষকৈ আহুধানৰ কঠিয়া সিঁচা হয়। সেয়ে ফাগুন মাহৰ প্ৰথম সপ্তাহত পথাৰত অধিক শস্য উৎপাদনৰ বাবে আলিয়াই ল্‌গাং উৎসৱ পতা হয়। সপ্তাহৰ বুধবাৰটো মিচিংসকলে মাঙ্গলিক দিন বুলি গণ্য কৰে বাবে ফাগুন মাহৰ প্ৰথম সপ্তাহৰ বুধবাৰে আলিয়াই ল্‌গাং উৎসৱ পতা হয়।

আলিয়াই ল্‌গাং উৎসৱৰ দিনা পুৱা বেলা বা আবেলি ল্‌গাঙৰ বাবে নিৰ্বাচিত মাটিডোখৰত 'উৰম আপিন্' অৰ্থাৎ প্ৰেতাত্মালৈ ভাত আগবঢ়াই দি লগত 'পঃৰ আপং' বা ছাই মদ, বৰা চাউল ছটিয়াই দি দঞি-পঃলৰ (সূৰ্য্য-চন্দ্ৰ) নাম লৈ 'পেনাম্' বা স্তুতি আৰম্ভ কৰে ঘৰৰ মূৰব্বীজনে বা মূৰব্বীৰ অবিহনে পুত্ৰ সন্তানে। এনে স্তুতি উপৰিপুৰুষৰ প্ৰেতাত্মাৰ সন্তুষ্টিৰ বাবে কৰা হয়। যাতে তেওঁ-লোকৰ আশীৰ্বাদত পথাৰত অধিক শস্য উৎপাদন হয় আৰু সকলোকে যাতে মঙ্গলে ৰাখে।

ল্‌গাঙৰ স্তুতিপৰ্ব শেষ হোৱাৰ পিছত ভোজৰ আয়োজন কৰা হয়। বৰা ধানৰ চাউল কৌপাতত বান্ধি সিজোৱা 'পুৰাং' নামৰ ভাতৰ লগত মাছ, গাহৰিৰ মঙহ, আপং আদিয়েই ভোজৰ অন্যতম উপাদান। সেইদিনা ঘৰে ঘৰে পুৰাং আৰু আপঙৰ ব্যৱস্থা কৰা হয় আৰু গাঁৱৰ ৰাইজে ঘৰে ঘৰে গৈ পুৰাং আৰু আপং ভোজন কৰে। এনে ভোজৰ প্ৰসংগত ডেকা-গাভৰু, মুনিহ-তিৰোতা, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী সকলোৱে সমানে ভাগ ল'ব পাৰে।

আলিয়াই ল্‌গাং উৎসৱত নচা নাচক 'গুম্‌ৰাগ্ পাকৃচ' বুলি কোৱা হয় আৰু ল্‌গাঙত গোৱা নি-তম্ বা গীতক 'বৃঃৰগ্ নিঃতম্' বোলা হয়। 'বৃঃৰগ্ নিঃতম'ৰ অৰ্থ উৎসৱত গোৱা গীত। পথাৰত শস্য সিঁচাৰ পূজা-পাৰ্বণ শেষ হোৱাৰ লগে লগে পূজা স্থানত ডেকা-গাভৰুসকলে বৃত্তাকাৰে ঘূৰি ঘূৰি 'গুম্‌ৰাগ্ পাকৃচ' নাচ নাচে। নিশাৰ ভাগত ডেকা-গাভৰুৱে বিহু পাতে। এনে বিহুত 'ঐ-নিতম্' বা বিহুগীত গোৱা দেখা যায়। অৱশ্যে ল্‌গাং উৎসৱৰ বিহুত, গীতত্তকৈ নৃত্যহে

প্ৰাধান্য বেছি। নৃত্যপ্ৰধান বিহুত নাচনীয়ে চিকাৰ কৰা, ধেনুকাঁড় মৰা, মাছ মৰা, নাও বোৱা, ধান সিঁচা, ধান কটা, তাঁতবোৱা আদি বিভিন্ন পৰিস্থিতি নৃত্যৰ যোগেদি প্ৰদৰ্শন কৰে।

মিচিংসকলে আলিয়াই ল্‌গাং উৎসৱ পাঁচদিনীয়াকৈ পালন কৰে। অঞ্চল বিশেষে অৱশ্যে ইয়াৰ তাৰতম্য হোৱা দেখা যায়। ল্‌গাং উৎসৱৰ সময়ত গেনা ধৰাৰো নিয়ম আছে। এই সময়ছোৱাত মিচিংসকলে মাটি নাখান্দে, জীৱ বধ নকৰে আৰু কেঁচা ফলমূল নাখায়। আলিয়াই ল্‌গাং উৎসৱ আৰম্ভ হোৱাৰ দুই-তিনিদিন-মানৰ আগতে গাঁৱৰ বাইজে চিকাৰলৈ যোৱাৰ নিয়মো আছে। অৱশ্যে আজিকালি এই প্ৰথা উঠি যোৱাৰ দৰে হৈছেগৈ। মিচিং-সকলে জাতীয় পোচাক পিন্ধি বেছ উৎফুল্ল মনেৰে এই বসন্ত উৎসৱ আলিয়াই ল্‌গাং পালন কৰে।

এতিয়া আলিয়াই ল্‌গাং উৎসৱত ব্যৱহৃত গীত-মাতৰ বিষয়ে আলোচনা কৰাৰ পূৰ্বে মিচিংসকলৰ মাজত মুখপৰম্পৰা প্ৰচলিত গীত-পদবোৰৰ সাধাৰণ আভাস এটি তলত দিয়া হ'ল। মৌখিক-ভাৱে চলি অহা মিচিং লোক-সাহিত্যক ঘাইকৈ তিনিটা ভাগত ভগাব পাৰি—অনুষ্ঠানমূলক, আখ্যানমূলক আৰু বিবিধ বিষয়ক। 'নি-তম্‌' বা লোকগীতবোৰ বিষয়বস্তু আৰু লক্ষণ অনুসৰি এনেদৰে ভগাব পাৰি :




মিচিংসকলৰ মিবু বা মিবিয়ে অৰ্থাৎ দেওধায়ে গোৱা গীতক আবাং বোলা হয়। এনে গীতৰ ভাষা জটিল। মিবুৱে সৃষ্টি পাতনিৰ

পৰা আৰম্ভ কৰি গছ-গছনি, চৰাই-চিৰিকতি, পৰ্বত-পাহাৰ, পোক-পৰুৱা, মানুহ আৰু জীৱ-জন্তুৰ জন্ম কাহিনী আবাং গীতৰ যোগেদি ব্যক্ত কৰে। সৃষ্টিৰ আৰম্ভণি, ইয়াৰ বিকাশ, বিভিন্ন খেল, পৰিয়ালৰ গোত্ৰৰ বংশ পৰম্পৰাৰ বুৰঞ্জী আবাং গীতৰ যোগেদি মিবু বা দেওধায়ে দাঙি ধৰে। আবাং গীতবোৰক সেয়ে মিচিংসকলৰ গীতি-বুৰঞ্জী বুলি আখ্যা দিব পাৰি। কাবান্ অৰ্থাৎ বিননি গীতৰ যোগেদি জীৱনৰ দুখ-বেদনা, হৰ্ষ-বিষাদ আদি প্ৰকাশ কৰা হয়। লুপ নি-তম্ হ'ল কথোপকথনমূলক। এনে গীত ডেকা-গাভৰুৱে প্ৰণয়ৰ ভাব প্ৰকাশ কৰাত ব্যৱহাৰ কৰে যাক অসমীয়াত প্ৰণয়মূলক দ্বৈত গীত বুলিব পাৰি। ঠিক তেনেকৈ মিদাং নি-তম্ হ'ল বিয়া-নাম বা বিয়াত গোৱা গীত, মামন্ নি-তম্ খেল-ধেমালিৰ গীত, ক-নি-নাম্ নিচুকনি গীত। মিচিংসকলৰ আটাইতকৈ জনপ্ৰিয় গীত হ'ল ঐনিতম্ যাক অসমীয়াৰ বনগীত বা বিহুগীতৰ লগত তুলনা কৰিব পাৰি।[১]

ঋতু উৎসৱত গোৱা গীতক বৃঃৰগ্ নি-তম্ বুলি কোৱা হয়। বিশেষ কোনো বছৰেকীয়া উৎসৱ বা পূজা-পাতলত এই শ্ৰেণীৰ গীত গোৱাৰ পৰম্পৰা মিচিং সমাজত বৰ্তমানো প্ৰচলিত। উৎসৱ অনুসৰি বেলেগ গীত হ'ব পাৰে অৰ্থাৎ আলিয়াই ল্ৰগাঙত গোৱা গীত আন উৎসৱত গোৱা নহয়। 'ল-লালে' নামৰ গীতটি বসন্তোৎসৱ আলিয়াই ল্ৰগাঙৰ অনুষংগত গোৱা হয়। এনে বৃঃৰগ্ নি-তম্-বিলাকত উৎসৱৰ তাৎপৰ্য্য, ঋতুৰ বৰ্ণনা আৰু ডেকা-গাভৰুৰ আনন্দ-উলাহ আদি প্ৰকাশ পোৱা দেখা যায়।[২]

মিচিংসকলৰ বসন্তোৎসৱ আলিয়াই ল্ৰগাঙৰ পূজা-পাৰ্বণৰ কাৰ্য্য সমাধা হোৱাৰ লগে লগে গাঁৱত 'বিহু মাৰোঁ'তে এনে গীত গোৱা হয়,

১. নাহেন্দ্ৰ পাদুন: "মিচিংলোক সাহিত্য" (ভৃগুমুনি কাগয়ুং সম্পাদিত — মিচিং সংস্কৃতিৰ আলেখ্য), গুৱাহাটি, পৃ. ১১৭-১২১

২. উক্ত গ্ৰন্থ, পৃঃ ১১৯

"নলুকে এৰাঙা কেবাঙে গিকুমচুদং
আপিন্‌ক বিতকা আপংক বিতকা।
লত্তাল কেবাঙে গিকুমচুদং
নলুচিন্ পেছলাংকা—
ৰক্‌পুঙে আপিন্‌দেম্ বিতইকা
লেলং দিছুবং
মার্পং দিছুবং।
ছিলকে লঙেছ লক্‌কীয়েম্ লুচিন্
দিচাঙাউ দিছুবং।
অদেম্ কাৎমাডেম্ কাত্‌তম্
বিলাংকা চব য়েগ—বাদেম্ বাতমবিলাংকা।
আৰিগ্‌বকেক্‌ম্ য়ুম্‌ৰাবকেক্‌মে লক্‌কীয়েম্
ঙলুচিন্ লালিগচুং।"

অৰ্থাৎ হেৰা গৃহস্থ, আমি ৰাইজ তোমালোকৰ চোতালত গোট খাইছোঁ, আমাক ভাত দিব লাগিব। তোমালোকৰ চোতালত আমি গোট খাইছোঁ; তোমালোকে (গোটেই গৃহস্থই) ভয় কৰিবা। মতা কুকুৰা মাৰি আমাক বগা ভাত খুৱাব লাগিব, 'পৰ আপং' (ছাই মদ) চাকি খুৱাব লাগিব—আমি 'লেলং মাবাং' নামৰ বৰকাঁহ বজাইছোঁ। আমি আজিৰ দিনত লক্ষ্মীক আদৰি আনিছোঁ। ভালৰো ভাল 'ছাই মদ' চাকি দিয়া, দঁতাল গাহৰি মাৰা। আজি আমি পথাৰৰ লক্ষ্মী বননিৰ লক্ষ্মী চপাই আনিম।"

লৃগাঙত 'ল-ললে' নামৰ গীতটি গাই এইদৰে,
"ল-ল-লে ললে ললে
দায় দায় ললে ললে ল-লে

—

৩. তৰুণ চন্দ্ৰ পামেগাম: 'আলিয়াই লিগাং' ( মিচিং সংস্কৃতিৰ আলেখ্য, সম্পাঃ ভৃগুমুনি কাগয়ুং ), পৃ. ৯৪

চিচুক্ চুক্ব চুক্ব বদি-য়া
ৰেগাম্ গাম্ব গাম্ব বদি-য়া"

—আজি এই ল'গাং উৎসৱত গোৱা-নচাৰ দৰে আমাৰ সমাজৰ ঐক্য যুগে যুগে বৈ থাকিব। যিদৰে শৰপহুৱে ভেলেঙীক পাই উন্মাদ আৰু উদাত্ত মনেৰে আনন্দত মতলীয়া হয়, সেইদৰে (আমিও) আনন্দত আত্মহাৰা হৈছোঁ। তেনেদৰে তেওঁলোকে গায়:

"য় এতচাঙে চাম্ চুদ্-চেম
লেমিং এতচাঙে চাম্ চুদ্-চেম,
য় লেচেনেম চেনমান লা-জে
মেব্ বুলুৱা লেচেনেম চেনমান লা-জে।"

—আহাঁ আমি সুস্থ হৈ থাকোঁতে আনন্দ কৰোঁ, যাতে আনন্দত নাচি নাচি আমাৰ দুখ-শোক পাহৰি পেলাওঁ, আহা ডেকা সমনীয়াইঁত।[৪]

এনেদৰেই মিচিংসকলে তেওঁলোকৰ বসন্তোৎসৱ আলিয়াই ল'গাং বৃঃৰগ্ নি-তমেৰে, নাচ-গানেৰে উলহ-মালহেৰে পালন কৰি আহিছে। ইংৰাজীত এনেদৰে ক'ব পাৰি, "The onset of the monsoon is marked by the universal celebration of Aliyai-ligang or Aliligang—a spring dance festival of cultural significance and national importance. This virile tribe since time immemorial has been taken to agriculture and the Ahu paddy being the main product of their cultivation, the day of implanting the first handful of Ahu seed on the manured soil of Mother Earlh, has been

৪. দুৰ্গা বেগন: 'আলিয়াই লিগাং: ইয়াৰ বৈশিষ্ট্য' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ. ১১০-১১

celebrated with due enthusiaism and merry making."[৫]

আধুনিকতাৰ প্ৰভাৱত মিচিংসকলৰ বৃত্তি, সাজ-পোছাক, ঘৰ-বাৰী আদিত বহু পৰিবৰ্তনৰ ছাপ দেখা যায়[৬] যদিও পৰম্পৰাগত-ভাৱে চলি অহা বসন্তোৎসৱ আলিয়াই ল'গাং এতিয়াও মিচিং জনজাতিৰ অতি আদৰৰ, অতি চেনেহৰ আৰু সেয়ে অতি উলহ-মালহেৰে এই উৎসৱ তেওঁলোকে প্ৰতিবছৰে পালন কৰি আহিছে।

৫. Dr. Nomal C. Pagu: *The Miris or the Mishings of the Brahmaputra Valley*; 1956, Guwahati, pp. 82-83

৬. Dr. J. Mipun: 'Acculturation, Communication and Development in a Mishing Village'. in *North-East India, A Sociological Study*, ed. S. M. Dubey, Delhi, 1977

# কার্বিসকলৰ বসন্ত উৎসৱ

জন্ ইংতি কাথাৰ

অসমৰ অন্যান্য জনজাতিসকলৰ দৰেই কার্বিসকলো অসমৰ আদিবাসীসকলৰ ভিতৰত এক অন্যতম জনগোষ্ঠী। অসমৰ পূৰ্বাংশত অৱস্থিত পাহাৰীয়া অংশই হৈছে কার্বিসকলৰ আদিভূমি—কার্বি আংলং। পাহাৰীয়া জিলা হিচাপে কার্বি আংলঙত বসবাস কৰা কার্বিসকলৰ উপৰিও অন্যান্য জনগোষ্ঠীসমূহৰ জীৱন যাত্ৰা স্বাভাৱিকতে অসমৰ বাকীবিলাক জিলাতকৈ সুকীয়া। সেয়েহে, কার্বি আংলঙৰ আদিবাসী কার্বিসকলে পালন কৰা উৎসৱ-পাৰ্বণ আদিৰ স্বকীয় বৈশিষ্ট্য মনকৰিবলগীয়া। অসমৰ বাবে বহণীয়া সংস্কৃতিৰ পথাৰখনত কার্বিসকলে এক গুৰুত্বপূর্ণ স্থান লাভ কৰি আছিছে।

অসমৰ অন্যান্য জনগোষ্ঠীসমূহে পালন কৰাৰ দৰে কার্বিসকলেও কৃষিৰ লগত সংগতি ৰাখি কৃষি উৎসৱ পালন কৰে। যদিও কার্বি আংলঙৰ পাহাৰীয়া অংশতহে প্ৰধানকৈ ঝুম খেতি কৰা হয়, তথাপি জিলাখনৰ অধিকাংশ ধানেই সমতলক্ষেত্ৰতহে উৎপন্ন হয়।

ভৈয়ামৰ বঙালী বিহু, বৈসাগু, আলি-আই-লৃগাং আদিৰ দৰে বসন্ত কালত কার্বিসকলৰ মাজত কোনো বিশেষ নৃত্য-গীতৰ প্ৰচলন নাই; যদিও পাহাৰৰ বিভিন্ন ধৰণৰ খেতিৰ লগত সংগতি ৰাখি কার্বিসকলে কৃষি উৎসৱ বা বসন্ত উৎসৱ পালন কৰে।

কার্বি ভাষাত চুবক্ (chubok—এবিধ ৰঙা ধান) নামৰ ধান-খেতিয়েই পাহাৰৰ প্ৰধান খেতি। চমুকৈ ক'বলৈ হ'লে, কার্বিসকলৰ

উৎসৱসমূহ বিভিন্ন ঋতুত কৰা ঝুমখেতিৰ ওপৰতে নিৰ্ভৰ কৰে। এই শস্যসমূহ জুন মাহৰ যি কোনো সময়তে সিঁচা হয় আৰু এই শস্যসমূহ ডিচেম্বৰ মাহত চপোৱা হয়। শস্যসমূহ মুঠি কৰি সাধাৰণতে মান্‌দু (mandu, পামঘৰ) নামৰ পাম ঘৰৰ সন্মুখত গোটোৱা হয়। জানুৱাৰী মাহত শস্য সৰোৱা কাম কৰা হয় আৰু শস্যসমূহ পেলু (Pelu ; এবিধ বিশেষ কাপোৰ) নামৰ এবিধ বিশেষ কাপোৰেৰে প্ৰস্তুত কৰা মান্টুং (Mentung, ধান মেৰিওৱা কপোৰৰ বেগ) নামৰ মোনাত ভৰাই ঘৰলৈ কঢ়িওৱা হয়।

শীতৰ শেষৰকালে আৰু বসন্তৰ আগমনৰ আগে আগে অৰ্থাৎ জানুৱাৰী, ফেব্ৰুৱাৰী মাহত শস্যসমূহ ঝুম খেতি-পথাৰ (Jhum land) ৰ পৰা মাৰি, চপাই গাঁৱলৈ কঢ়িওৱাৰ সময়তে মূল কৃষি উৎসৱ পালন কৰা হয়। শস্যসমূহ কাটি, চপাই ভঁৰাললৈ কঢ়িওৱা—এই প্ৰতিটো স্তৰৰ আস্তণিতে একো একোটা বিশেষ পূজা পালন কৰা হয়।

শস্য চপোৱাৰ লগত জৰিত এই উৎসৱক 'হাচা কেকান' (Hacha kekan, কৃষি উৎসৱৰ নৃত্য) উৎসৱৰূপে পৰিচিত। শস্য চপোৱাৰ পিছত কাৰ্বি ডেকা-গাভৰুৱে লগ লাগি 'হাচা কেকান' নামৰ নৃত্য-গীত কৰে। দুই বা তিনিগৰাকী গায়ক-গায়িকাই এজনৰ পিছত এজনকৈ গীতসমূহ পৰিৱেশন কৰে আৰু ডেকা-গাভৰুসকলে গীতৰ লগে লগে নৃত্য কৰে। এই নৃত্য-গীত সাধাৰণতে পিছদিনা পুৱালৈকে চলে। 'হাচা কেকান্' উৎসৱৰ গীতসমূহ এনেধৰণৰ :

(ক) এ.................

ল'প্ৰি ৰাছান হেই জংকে
অ'কপ্ৰ ডাম নাং নে কাৰণে
জিব্‌ল' থাক চক্ পাংজে....... ।"

অৰ্থাৎ,

বিষ দি মাছ মাৰিবলৈ যাবলৈ ৰাতিতে উঠাই ডাঙৰ দাদাই (গাঁওবুঢ়া) মোক আমনি কৰে।

(খ) হিং চং ৱছক টালিবাং
কেকান আ হান চ লʼ নাং।

অৰ্থাৎ,

সপ্তৰ্ষিমণ্ডলে পশ্চিমলৈ গতি কৰিছে। ৰাতিপুৱাবৰ হʼল। এতিয়া নৃত্যানুষ্ঠানৰ ভোজ খাব লাগে।

এনেদৰে নৃত্য-গীতৰ লগে লগে ৰন্ধা-বঢ়াৰ কামো চলি থাকে আৰু ৰন্ধনৰ সামগ্ৰীসমূহ নাচনীসকলে নিজেই ভঁৰালৰ পৰা ৰন্ধনশাললৈ আনে। অনুষ্ঠানত অংশ গ্ৰহণ কৰাসকলো ব্যক্তিয়েই নৃত্য-গীতৰ অন্তত আহাৰ গ্ৰহণ কৰে। আকৌ পৃথিৱীৰ বিভিন্ন জনজাতি-সকলৰ অনুৰূপে কাৰ্বিসকলেও নৈবেদ্য হিচাপে হৰ্লাং (মদ) ব্যৱহাৰ কৰে। জনজাতিসকলৰ ই এক অন্যতম জাতিগত বৈশিষ্ট্য। “হাচা কেকান” উৎসৱতো হৰ্লাঙৰ ব্যৱহাৰ বাধ্যতামূলক।

কাৰ্বিসকলৰ অন্যান্য উৎসৱসমূহ সাধাৰণতে জানুৱাৰী মাহৰ পৰা এপ্ৰিল মাহলৈকে পালন কৰা হয়। যেনে—(১) চʼজুন্ড্ (Chojund), (২) চʼমাংকান (Chomangken), (৩) ৰংকেৰ (Rongker) ইত্যাদি। চʼজুন্ডʼক কাম-মে (Kam-me) বুলি কোৱা হয়। যাৰ সাধাৰণ অৰ্থ সৎ কাৰ্য্য বা Good work। খোৱা আৰু পিয়াই (Eat and Drink) হৈছে চʼজুন্ড্ৰ সাহিত্যগত অৰ্থ। ইয়াক ভৈয়ামৰ ভোগালী বিহুৰ লগত তুলনা কৰিব পাৰি। চʼজুন্ড্ উৎসৱত খাদ্য আৰু পানীয় দেৱতাসকলৰ নামত উছৰ্গা কৰা হয়। চʼজুন্ড্ এটি সামূহিক উৎসৱ। চʼমাংকান উৎসৱ মৃতকৰ স্মৃতিত পালন কৰা পৰিয়ালৰ উৎসৱ। এই উৎসৱত গাঁৱৰ সকলো মানুহে অংশ গ্ৰহণ কৰাৰ উপৰিও কাৰ্বি আংলঙৰ বিভিন্ন ঠাইৰপৰা অহা লোকৰ লগতে মৃতকৰ পৰিয়ালৰ মিতিৰ-কুটুমেও অংশ গ্ৰহণ

কৰে। চ'মাংকানক 'কাম-ন' (Kamno) বুলিও কোৱা হয়। কাম-ন'ৰ সাহিত্যগত অৰ্থ অসৎ কাৰ্য্য বা Bad work। ৰংকেৰ (Rong-ker) নামৰ সামূহিক উৎসৱটি ফেব্ৰুৱাৰী বা মাৰ্চ মাহৰ যি কোনো সময়ত পালন কৰা হয়। গাঁৱলৈ কোনোধৰণৰ অশুভ শক্তি যাতে নাহে, সেই উদ্দেশ্যে এই উৎসৱৰ সময়ত ভগৱানক উদ্দেশ্য কৰি প্ৰাৰ্থনা কৰা হয়।

কাৰ্বিসকলৰ পুৰণি ৰাজধানী ৰংহাংৰংবঙত ৰাষ্ট্ৰীয় পৰ্য্যায়ত বহুতো উৎসৱ পালন কৰা হয়। ৰংহাংৰংবঙৰ উৎসৱসমূহ কাৰ্বি ৰেচ' (Recho) অৰ্থাৎ কাৰ্বিসকলৰ ৰজা আৰু কাথাৰপ' (Katharpo) সকলৰ দ্বাৰা পালন কৰা হয়। কাথাৰপ' হৈছে কাৰ্বিসকলৰ মূল পুৰোহিত।

জানুৱাৰী মাহত অৰ্থাৎ ভোগালী বিহুৰ সময়ত আৰ্নাম্কিটি (Arnamkiti) নামৰ উৎসৱটি ৰংহাংৰংবঙত পালন কৰা হয়। অতীজতে ভগৱানে দিয়া আশীৰ্বাদৰ বাবে ভগৱানক ধন্যবাদ দিয়াৰ উদ্দেশ্যে এই উৎসৱ ৰংহাংৰংবঙত পালন কৰা হয়। 'আৰ্নাম্' শব্দৰ অৰ্থ হৈছে বিদায়।

শস্য চপোৱাৰ সময়ত বিশেষকৈ এপ্ৰিল মাহত ৰংহাংৰংবঙত ৱল'কেটেৰ (Voloketer) উৎসৱ পালন কৰা হয়। কেতিয়াবা মাৰ্চ মাহত পুৰোহিত (কাথাৰপ') জনে পৃথিৱীত বৰষুণ দিবৰ বাবে পৃথিৱীৰ সকলো মানুহৰ হৈ ভগৱানক প্ৰাৰ্থনা কৰে। ই এক গুৰুত্বপূৰ্ণ উৎসৱ। এই উৎসৱৰ সময়ত কাথাৰপ'জনে এটি গীতেৰে ভগৱানক প্ৰাৰ্থনা কৰে। অন্য কাৰ্বিলোকৰ বাবে এই গীত পৰিৱেশন কৰাটো নিৰ্বিদ্ধ।

কাৰ্বিসকলে এইদৰে পৰম্পৰাগতভাৱে কৃষি উৎসৱ বা বসন্ত উৎসৱ পালন কৰি প্ৰকৃতিৰ নিয়মৰ অধীনত জীৱন নিৰ্বাহ কৰি আহিছে।

# ৰাভাসকলৰ বসন্ত উৎসৱ

শ্ৰীমুকুল ৰাভা

অসমত পূবৰ পৰা পশ্চিমলৈ আৰু উত্তৰৰ পৰা দক্ষিণলৈ বিভিন্ন দিশত সিঁচঁৰতি হৈ থকা ৰাভা জনগোষ্ঠীৰ লোকসকলে বিশেষকৈ দক্ষিণ গোৱালপাৰা আৰু মেঘালয় ৰাজ্যৰ পূব আৰু পশ্চিম গাৰো-পাহাৰ জিলাত বাস কৰে। অসমত বসবাস কৰা বিভিন্ন জনগোষ্ঠী-সমূহে স্বকীয় বৈশিষ্ট্যৰে বসন্ত উৎসৱ বা কৃষি উৎসৱ পালন কৰাৰ দৰেই ৰাভাসকলেও এই উৎসৱ পালন কৰি আহিছে। প্ৰাচীন কালৰে পৰা ৰাভাসকলে কৃষিকৰ্মৰ দ্বাৰাই জীৱিকা নিৰ্বাহ কৰি আহিছে। সেইকাৰণে খোকৃচি বা বায়খোক কৃষিৰ অধিষ্ঠাত্ৰী দেৱীৰূপে বলি-বিধান সহ পূজা-অৰ্চনা কৰা হয়। খোকৃচি পূজা ৰাভাসকলৰ অন্যতম প্ৰধান ধৰ্মীয় উৎসৱ। ৰাভাসকলৰ জনবিশ্বাস বা কিংবদন্তিৰ মতে সৃষ্টিকৰ্তা হেনো এজন আছিল আৰু তেওঁৱেঁই হ'ল ৰিছি দেৱতা অৰ্থাৎ শিৱ। সহধৰ্মিনী হ'ল চিচোৰা বা খোকৃচি দেৱী। বসন্ত কালত অৰ্থাৎ বহাগ মাহ আৰু জেঠ মাহৰ আৰম্ভণিতে মানৱৰ পূজা-অৰ্চনাত সন্তুষ্ট হৈ দেৱীয়ে লক্ষ্মীদেৱীৰূপে ৰাভাসকলৰ মাজত দেখা দিয়ে বুলি বিশ্বাস প্ৰচলিত হৈ আছে। সেয়ে বায়খোকৃচি বা খোকৃচি পূজাত আৰু ৰন্তাক পূজাত চিচোৰাই লক্ষ্মীদেৱীৰূপে পূজা গ্ৰহণ কৰে। বায়খো=বায় অৰ্থাৎ দেৱ-দেৱী, খো=খোকৃচি, অৰ্থাৎ খোক লুথি (এবিধ বয়বস্তু ৰখা সামগ্ৰী) চি-চোৱা=মানৱ দৃষ্টি বা দেৱতাই দিয়া।

কৃষিকৰ্মত হাত দিয়াৰ আগমুহূৰ্তত ৰাভাসকলে পালন কৰা

খোক্‌চি বা বায়খো পূজাত দেৱীৰ সন্মুখত ডাঙৰ আৰু শকত গাহৰি বোৰহে বলি দিয়া হয়। ডাঙৰ শকত-আৱত গাহৰি বলি দিয়াৰ উদ্দেশ্য যাতে তেওঁলোকে প্ৰচুৰ পৰিমাণে পথাৰৰ পৰা শস্য পাব পাৰে, খেতিৰ বতৰত যথেষ্ট পৰিমাণে বৰষুণ হয়, ৰোগ-বেমাৰ নোহোৱাকৈ যাতে সকলো মানুহে সুখে-সন্তোষে জীৱন যাপন কৰিব পাৰে, জগতে ভূমিকম্প আদিও যাতে নহয় তাৰ বাবে গাহৰি বলি দি তেওঁলোকে দেৱীক আৰাধনা কৰে। কেতিয়াবা খেতিৰ বতৰত হঠাতে অনাবৃষ্টি হ'লেও অনুষ্ঠুপীয়াভাৱে এই পূজা উদ্‌যাপন কৰে।

অতীজতে খোক্‌চি পূজাৰ পৰিচালনাৰ দায়িত্ব চাৰিটা প্ৰধান বাৰায়ৰ মানুহৰ ওপৰত অৰ্পণ কৰা হৈছিল। আন বাৰায় বা গোত্ৰৰ মানুহে এই পূজাৰ কামত হস্তক্ষেপ কৰিব নোৱাৰিছিল। যেনে :

(১) 'চুৰচুং' বাৰায়ে পূজা কৰিছিল।

(২) 'পাম' বাৰায়ে পূজাৰ সামগ্ৰীবোৰ যোগান কৰিছিল।

(৩) 'ৰুংদং' বাৰায়ে মদ আৰু পূজাৰ ভোগ আদি প্ৰস্তুত কৰিছিল; আৰু

(৪) 'টেং টেং' বাৰায়ে 'দাইদী' নামৰ ধাতুৰ পাত্ৰ (কাঁহৰ) পূজাৰ সময়ত বজাইছিল।

ৰাভা গাঁৱৰ বিভিন্ন অঞ্চলত বিভিন্ন প্ৰকাৰে খোক্‌চি পূজা কৰে। কিছুমান ঠাইত খোক্‌চি পূজাক 'যোনি' পূজাৰেই ৰূপান্তৰ বুলি ভৰা হয়। যি ঠাইত খোক্‌চি পূজা কৰা হয় তাত যোনি আকাৰৰ মাটিৰ মণ্ডপ এটি নিৰ্মাণ কৰি তাৰ ওপৰত ঠিক যোনি সদৃশ ডাঙৰ বহল চেপেটা আকাৰৰ শিল এচটা বহুৱাই মণ্ডপটো সুন্দৰভাৱে সজোৱা হয়। মণ্ডপটোৰ জোখ মতে নতুন বগা কাপোৰ এডোখৰেৰে চাৰি কোণে চাৰিটা খুটি পুতি চান্দোৱা টানি ৰখা হয়। খোক্‌চি দেৱীয়ে বিভিন্ন চাৰিজনী দেৱীক প্ৰতিনিধিত্ব কৰে : (১) দাহুৰী (২) সুচাৰী (৩) নাকাটি

আৰু (৪) তামাই। অতীত কালত 'দাহুৰী' পূজা গোৱালপাৰা চহৰৰ ছয় মাইল পশ্চিমে দাৰিহুৰী নামে গাঁৱত অনুষ্ঠিত হৈছিল। দাহুৰী পূজা কৰা বাবে ঠাইখনৰ নাম দাহুৰী/দাৰিহুৰী হয়। দাহুৰী পূজা অগ্নি পূজাৰূপেও জনা যায়। এই পূজা বৰ বিপদজনক। দাহুৰী পূজাৰ জৰিয়তে অগ্নি দেৱতাক উপাসনা কৰা হয়। কাঠৰ মেজি সাজি তাৰ চাৰিওফালে ঘূৰি ঘূৰি নৃত্য-গীত কৰে। পূজাৰ কামত ব্যতিক্ৰম হ'লেই জুইত পৰি মৃত্যুও হ'ব পাৰে। জুইৰ আঙঠাৰ ওপৰত নাচি নাচি জুই নুমাব লাগে। এই পূজা হাতী-শিলা, ফটামাটি আদি ঠাইতো কৰা হৈছিল।

টিক্ৰিকিল্লাৰ ওচৰেদি বৈ যোৱা ঘাগুৱা নৈৰ পাৰত 'সুচাৰী' দেৱীৰ পূজা কৰা হৈছিল। এই পূজা হাতীশিলা গাঁৱতো কৰা হৈছিল। সুচাৰী দেৱীৰ পূজাক লতা-পূজা বা লেওৱা টনা পূজা বুলিও জনা যায়। এই দেৱীৰ প্ৰতীক ৰূপৰ চন্দ্ৰহাৰ। 'নাকাটি' দেৱীৰ পূজা চক্ৰপূজা বা ব্যূহ-পূজাৰূপে পৰিচিত। এই পূজা আগতে 'সাত-বেংকা' নদীৰ পাৰত কৰিছিল। টিক্ৰিকিল্লাতো চক্ৰপূজা অনুষ্ঠিত হৈছিল। এই দেৱীৰ প্ৰতীক ৰূপৰ হাঁচা।

'তামাই' দেৱীৰ পূজাক দেবধ্বনি বা দেওধনী পূজা বুলি অভিহিত কৰা হয়। এই পূজা 'মাছাং পানী' বিলৰ কাষত কৰা হৈছিল। তামাই পূজাও বৰ বিপদজনক। পূজাৰ সময়ত যুদ্ধৰ সাজ-পোছাকেৰে সু-সজ্জিত হৈ দেওধনীসকলে ৰণনৃত্য কৰে। লগতে দুৰ্গ (কিল্লা) ভাঙি পেলায়। 'কিল্লা' মানুহে সজোৱা কৃত্ৰিম পাহাৰ-দুৰ্গ মাথোন। পাহাৰত দুৰ্গৰ আকৃতিৰে বৰ ওখকৈ কাঠৰ দেৱাল বন্ধা হয়। দেৱালখন প্ৰায় ২০।৩০ ফুট ওখ। এই দেৱালত উঠি দেওধনীসকলে ৰণনৃত্য কৰি কৰি দুৰ্গটো ওপৰৰ পৰা ভাঙি দিয়ে। দেৱালখন ভাঙোতে সাৱধান নহ'লে মানুহৰ মৃত্যুও হ'ব পাৰে। তামাই দেৱীৰ প্ৰতীক ৰূপৰ ফুল।

বায়খো উৎসৱ কৃষি কৰ্মৰ আৰম্ভণিৰ লগে লগে উদ্‌যাপন কৰা

হয়। এই পূজা-উৎসৱত পুৰোহিত প্ৰমুখ্যে সমাজৰ বয়স্ক লোকসকলে 'হয়মাক' গীত গায়। 'হয়মাক' দেৱস্তুতি আৰু ৰাভাসকলৰ প্ৰাচীন বীৰ-বীৰাংগনাসকলৰ স্মৃতি বিজড়িত কাহিনী গীত। এই উৎসৱত অবিবাহিত ডেকা-গাভৰুসকলে 'ছাথাৰ' (প্ৰণয়মূলক) গীত গায়। ৰাভাসকলৰ ধৰ্মীয় বিশ্বাস অনুসৰি 'ছাথাৰ' গীতৰ অন্তৰালত আছে প্ৰজনন শক্তিৰ বিকাশ। তেওঁলোকৰ বিশ্বাস যে, বসুমতীৰ গৰ্ভ ভেদ কৰি শস্যৰ অংকুৰ সঞ্চাৰিত হৈ উদ্ভিদৰ জন্ম হয়। তদ্ৰূপ পুৰুষ শক্তিৰ সংযোজন অবিহনে কেৱল নাৰী শক্তিৰ দ্বাৰাই জনন-কাৰ্য্য সম্ভৱপৰ নহয়। এই সৃষ্টি-কল্পনাক কেন্দ্ৰ কৰিয়েই ৰাভাসকলেও 'বায়খো' পূজাত ডেকা-গাভৰুৰ প্ৰণয়মূলক নৃত্য-গীত পৰিবেশনৰ যোগেদি যৌন সম্ভোগৰ এটি অনুভূতি জাগ্ৰত কৰিবলৈ বসুমতীক ইংগিত দিয়ে যাতে তেওঁলোকৰ খেতি-পথাৰ শস্যৰে নদন-বদন হয়। কিছুদিনৰ আগলৈ বিবাহিত মতা-তিৰোতাই এই 'ছাথাৰ' নৃত্য-গীতত অংশ গ্ৰহণ কৰাটো নিষেধ কৰ্মৰূপে বিবেচিত হৈছিল। আনকি তেওঁলোক ছাথাৰ গীতৰ শ্ৰোতাও হ'ব নোৱাৰিছিল। বৰ্তমান বিবাহিত লোকে অংশ গ্ৰহণ কৰিব নোৱাৰিলেও শ্ৰোতা হোৱাত কোনো বাধা দেখা নাযায়। এই নৃত্য-গীত ওৰে ৰাতি পৰিবেশন কৰা হয়। ছাথাৰ নৃত্য-গীত পৰিবেশন কৰোঁতে ডেকা-গাভৰুৰ মাজত কোনো ধৰণৰ শাৰীৰিক স্পৰ্শ হ'ব নোৱাৰে। এই নৃত্য-গীতৰ যোগেদি কোনো ডেকা-গাভৰুৰ মাজত প্ৰণয়ভাব জন্মিলে ৰাতিপুৱাই (পিছদিনা) সামাজিক ৰীতিৰে মিলন হোৱাত কোনো বাধা নাই। ইয়াক পবিত্ৰ বা স্বৰ্গীয় মিলন বুলিহে সমাজে ধৰি লয়।

বায়খো পূজা বা বায়খো উছৱৰ সময়ত যিহেতু প্ৰকৃতিৰ ৰূপেই পৰিবৰ্তন হয়, তেনে ক্ষেত্ৰত মানৱ মনৰ পৰিবৰ্তন হোৱাটোও স্বাভাৱিক। সেয়েহে এই সময়ছোৱাত বিশেষকৈ বায়খো উছৱত ৰাভা ডেকা-গাভৰুৱে বিজুলি চঞ্চল মনৰ পৰিচয় দাঙি ধৰে "ছাথাৰ" গীতবোৰৰ যোগেদি। দবাইটাং গাবুৰটাং অৰ্থাৎ ৰাভা ডেকা-গাভৰু-

সকলে বায়খো উছৱত গোৱা 'ছাথাৰ' গীতবোৰ প্ৰণয় বিহ্বল, আবেগ কম্পিত ভাবৰ সু-প্ৰকাশ মাথোন। নৃত্যসহ এই গীতবোৰ গোৱা হয়। গীত আৰু গীতৰ লগত নচা নাচৰ নাম ক্ৰমে 'ছাথাৰ গীত' আৰু 'ছাথাৰ-নৃত্য'। যৌনমূলক আৱেগ প্ৰকাশৰ প্ৰসংগত 'ছাথাৰ-গীত'ৰ লগত অসমৰ জাতীয় উৎসৱ ৰঙালী বিহুৰ অনুষংগত গোৱা বিহু গীতৰ সাদৃশ্য মন কৰিব লগীয়া। যেনে :

ৰাভা ডেকাই গায় :

"বছৰ পিদান ৰিবিদং
বায়খো মনি কিয়া
নাঙি কাথা মনি কিদং—ছালে
আমে টঙা জাংছাৰে
আমে টঙা জাংছা।"

ভাবাৰ্থ : নতুন বছৰ পৰিলে তোমালৈ মনত পৰে। তেতিয়া থিৰেৰে থাকিব নোৱাৰা হওঁ। তদ্ৰূপ 'বিহুগীত'ত আমি পাওঁ :

"আজি বিহু বিহু কালি বিহু বিহু
নাহৰ ফুল ফুলিবৰ বতৰ।
ফুলপানী ছিগাতে ঢোলৰ মাত শুনি
গছকত ভাঙি যাওঁ যতৰ॥"

আকৌ ৰাভা গাভৰুৱে গায় :

"অ চেংৰা গাবুৰকায়
আতো ইনা নামা
আং নাঙো মুকবাৰা—ছালে
কানি দংকায় কাথা ৰে
কানি দংকায় কাথা॥"

ভাবাৰ্থ : হেৰা ডেকাল'ৰা! তুমি কি ক'ব খুজিছা কোৱাচোন? মইযে তোমাক পছন্দ কৰিছোঁ। সঁচা কথা কোৱা। মোৰ প্ৰতি তোমাৰ চেনেহ কিমান?

তেনেদৰে বিহুগীতত পাওঁ :

"চকুৱে চকুৱে কিয় চোৱা মইনা
মই চালে তলমূৰ কৰা ।
তুমি নামাতোঁতে মাতিব পাৰোঁ মই
জানোছা কেতেৰা মাৰা ॥"

ৰাভা ডেকাই গায় :

"থ্ৰিমিনি তো মইনা
নাথোৰাঙে ক্ৰিঙা
অ গান্দা নাঙি থুৰাং—ছালে
দেহা গুলায় ৰেঙা ৰে
দেহা গুলায় ৰেঙা ॥"

ভাবাৰ্থ : আৰু নক'বা ! বনৰ মইনা চৰাইৰ মাতৰ দৰে তোমাৰ মাত শুনিলে মোৰ দেহা-মন পমি যাব খোজে ।

বিহুগীতত আমি পাওঁ :

"কিনো হাত দুখনি
কিনো ভৰি দুখনি
কিনো তোমাৰ গুৱলা মাত ।
ৰ'দ পাই জিলিকে
তোমাৰ গাল দুখনি
হাঁহিলে জিলিকে দাঁত ॥"

তেনেদৰে ৰাভা গাভৰুৱে গায় :

"মিনি মিনি তা বোৰায় অ আঙি চোনা
ফাৰি হান্দাৰ চোক দঙান-ছালে
ৰিবা আংকা টাঙাৰে ৰিবা আংকা টাঙা ।"

ভাবাৰ্থ : হাঁহি হাঁহি নক'বা । সন্ধিয়াৰ পম খেদি মোৰ কাষলৈ আহিবা ।

আকৌ ৰাভা ডেকাই গায় :

"বায়খোনি চিকা হাপচি চিঙি বাদাং প্ৰঙা
বাথু নাঙি তাচি ৰামা-ছালে ॥"

ভাবাৰ্থ: বায়খো উছৱৰ পূজাৰ বোকা-পানীও ছিটিকি পৰে। আমিনো কি? আমি দুয়ো হাতত ধৰাধৰি কৰি নাচো আহা।

সেইদৰে বিহুগীতত আমি পাওঁ:

"প্ৰথমে ঈশ্বৰে সৃষ্টি সৰজিলে
তাৰ পিছত স্ৰজিলে জীৱ।
সেইজন ঈশ্বৰে পীৰিতি কৰিলে
আমিনো নকৰিম কিয়?"

ৰাভা গাভৰুৱে আকৌ গায়:

"হাজাৰ গান্দা থাকেটং
ৰাংগ্ৰে গান্দা দংচা
মুকবাৰ কায়ো মানচা দংবে
ম্যুনি ছান্তি টাংছা।"

অৰ্থাৎ, আকাশৰ চন্দ্ৰ অবিহনে হাজাৰ হাজাৰ তৰাবোৰ জানো শোভা পায়? মনে ভাল পোৱা বা চকুত লগা জনৰ বাহিৰে আৰু শান্তি নাই।

ডেকা-গাভৰু উভয়ে একেলগে এনেদৰে গায়:

"হাজাৰ পাৰ্চ্ছুং ৰিবাদংবা
চিমে খীমে টঙো
ঈশ্বৰ ৰাথুদংবে
কামকায় জোৰা চাঙো ॥"

ভাবাৰ্থ: হাজাৰ ধুমুহা নাহক কিয়, আমি সহ্য কৰিয়েই থাকিম। ঈশ্বৰৰ দয়া থাকিলে আমাৰ মিলন নিশ্চয় হ'বই।

"ৰাম্পাৰ আকৃজা ৰিবিদং
দোৱাও চিঙি মমো

ন’ কিনা ৰেং দংৰে
কায় মুকেন ছানো।”

ভাবাৰ্থঃ বতাহ জোৰেৰে বলিলে আমাৰ চাকি নুমাই যাব। তইঁতৰ ঘৰলৈ গ’লেও মানুহে মোক হিংসা কৰিব।

ৰাভা গাভৰুৱে ‘ছাথাৰ গীত’ত এইদৰে গায়ঃ

“গান্‌জি দাগায় মুইম্যুং
টোৱা নাঙোছুংতাকি
নাণ্ডি কাথা ম্যুনিকিদং
মন ৰাঙা ছেকাকি।”

ভাবাৰ্থঃ তাঁতৰ পাটত বহি বহি তোমাৰেই কথা ভাবি থাকোঁ। তোমাৰ কথা মনত পৰিলে মোৰ মন যেন দেহৰ পৰা কাঢ়ি লৈ যায়।

অসমৰ বসন্ত উৎসৱৰ লগত জৰিত বিহুগীত আৰু ৰাভাসকলৰ বসন্তকালীন বায়খো উৎসৱৰ সৈতে সম্পৃক্ত ছাথাৰ গীতৰ ভাব আৰু অনুভূতিৰ লগত গোৱালপৰীয়া লোকগীতৰো মিল দেখা যায়। যেনেঃ

আকাশতে নাইৰে চন্দ্ৰ
তাৰা কেমন জ্বলে
যি নাৰীৰ পুৰুষ নাইৰে
অ তাৰ ৰূপে কি কাম কৰে।
সখী অ
হায় হস্তীৰ কন্যাৰে
খানিকো দয়া নাই
মাহুতক লাগিয়া ৰে॥”

বুঢ়া লুইতৰ সাৰুৱা পাৰত সৃষ্টি হোৱা ঐতিহ্যবাহী আৰু পৰম্পৰাগত সাংস্কৃতিক সমৃদ্ধিৰাজি সযতনে সংৰক্ষণ কৰিবলৈ জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে নতুন পুৰুষে চেষ্টাৰ ত্ৰুটি কৰা উচিত নহয়।

আমি আশা কৰোঁ বাস্তৱধৰ্মী কৰ্মৰাজিৰে যদি নতুন পুৰুষে সংকল্পবদ্ধ হৈ সমগ্ৰ অসমবাসীৰ স্বকীয়তা ৰক্ষা কৰিবলৈ দৃঢ়তাৰে আগবাঢ়ি আহে তেতিয়াহে লুইতৰ বুকুত হয়তো পশ্চিম প্ৰান্তৰ পৰা অহা ভটিয়ালী সুৰৰ প্ৰতিধ্বনি ভাহি থাকিব, ঐনিতমৰ সুৰ বাজি উঠিব, বৰগীত-জিকিৰৰ সুমধুৰ সুৰৰ সমন্বয় প্ৰক্ৰিয়া প্ৰবাহিত হ'ব, ঝুমইৰ, ওজাপালিৰ, পদ-ঘোষাৰ লগত নাগাৰা-ডগৰ-নাম, ঢোল-খামৰ ছেৱত, প্ৰাণ কঁপোৱা দেওধনী নৃত্যৰ তালত, খোলৰ বোলত দেৱতাৰ পাদ প্ৰান্তত আত্মনিমজ্জন কৰা দেৱদাসী নৃত্যৰ লয় আৰু ভোৰ তালৰ ছন্দায়িত ধ্বনিৰ সমলয়ত অসমৰ জাতি-জনজাতিৰ সাংস্কৃতিক ঐক্যৰ জয়ঢোল বাজি উঠিব।*

## সহায়ক গ্ৰন্থ ঃ

শ্ৰীহেমন্ত কুমাৰ ফুকন (সম্পাদিত) ঃ ৰাজেন ৰাভাৰ প্ৰবন্ধ-কুঞ্জ
শ্ৰীপ্ৰবীণ কুমাৰ ৰাভা (সম্পাদিত) ঃ দেৱ-দেৱী আৰু ৰাভাসমাজ

* সম্পাদিত

# তিৱাসকলৰ বসন্ত উৎসৱ

শ্ৰীতিলোত্তমা ভূঞা

অসমত বসবাস কৰা বিভিন্ন জনগোষ্ঠীৰ অন্তৰ্গত তিৱাসকলো নিশ্চিতভাৱে এক অন্যতম আদিবাসী। এই তিৱাসকলৰ উপৰিপুৰুষ জয়ন্তীয়াসকল বুলি জনা যায়। ত্ৰিবেগ ৰাজ্যৰ পঞ্চদশজন ৰজা ত্ৰিপুৰৰ বংশধৰ দিকৃপতি আৰু দখিণৰ মাজত ৰাজপাট লৈ হোৱা যুদ্ধত ৰাজ্যৰ পৰা ভাগি যোৱা লোকসকল জয়ন্তীয়া ৰজাৰ তলতীয়া হ'ল। জয়ন্তীয়া ৰাজ্যলৈ গুচি অহা লোকসকলকেই তিৱা বুলি কোৱা হয়। খৃঃ পূঃ ৪৫০০ চন মানত ভাৰতৰ উত্তৰ-পূব চুকেদি মংগোলীয় গোষ্ঠীৰ অষ্ট্ৰিকসকলৰ এটি দলে ব্ৰহ্মদেশৰ পৰা আহি 'টিয়াং' নামে প্ৰদেশত বাস কৰে; যাক চীনটিয়াং বা জিন্‌টিয়ং > চিনটেং > জিনটেং > জয়ন্তীয়া বুলি জনা যায়। কালক্ৰমত জয়ন্তীয়াৰ পিছৰ-তীয়া প্ৰত্যয়টিৰ পৰাই 'তিৱা' শব্দৰ উৎপত্তি হোৱা বুলি ধাৰণা কৰা হয়।

আদিতে তিৱাই নিজকে 'তিৱা লিবিং' বা 'তিৱা লিবুং' বুলি পৰিচয় দিছিল। তিৱা ভাষাত 'লিবিং' বা 'লিবুং' শব্দৰ অৰ্থ হৈছে মানুহ। লাহে লাহে তিৱা শব্দ লুপ্ত হৈ 'লিবু' বা লিবিং > লালুং শব্দৰ উৎপত্তি হয়। খাছীয়া-জয়ন্তীয়াসকলে তিৱাসকলক "লালো" আৰু কাৰ্বিয়ে 'লালু' বুলি কয়। 'লাং' আৰু 'লো' শব্দই পানী আৰু 'লু' বা 'পু' শব্দই সন্তানক বুজায়।

বৰ্তমান মিকিৰ পাহাৰ জিলাৰ পশ্চিম খণ্ড আৰু জয়ন্তীয়া পাহাৰতো তিৱা জনগোষ্ঠীৰ লোকসকলে প্ৰধানকৈ বাস কৰে।

নগাঁও জিলাৰ ধৰমতুল আৰু চাপৰমুখৰ মাজত বুৰঞ্জীপ্ৰসিদ্ধ জোঙাল বলহু গড়ৰ পশ্চিমে অৱস্থিত মহাদেওশাল নামৰ থানখন তিৱাসকলৰ শিৰোমণি থান।

অষ্ট্ৰিক সংস্কৃতি মূলতঃ গাঁওমুখী কৃষি সংস্কৃতি। অসমৰ গ্ৰাম্য আৰু কৃষি সংস্কৃতি আকৌ মূলতঃ উৰ্বৰতা যাদুৰ লগত জৰিত সংস্কৃতি। উৰ্বৰতা মতবাদৰ বাটকটীয়া হ'ল অষ্ট্ৰিকসকল। উৰ্বৰতাৰ লগত ওতপ্ৰোতভাৱে জৰিত অসমৰ জনজীৱন। তিৱাসকলৰ বসন্ত উৎসৱো উৰ্বৰতাবাদৰ ওপৰত প্ৰতিষ্ঠিত। তিৱাসকলে বিহু পালন কৰে যদিও চ'তৰ সংক্ৰান্তিত বিহু আৰম্ভ নকৰে; বিহুৰ পিছৰ বুধবাৰৰ পৰাহে আৰম্ভ কৰে। তেওঁলোকৰ মতে বুধবাৰ আটাইতকৈ পৱিত্ৰ বাৰ। তিৱাসকলে বিহু পালন কৰিলেও অসমৰ বিভিন্ন জনগোষ্ঠীয়ে পালন কৰাৰ দৰে এওঁলোকেও কৃষিৰ লগত সংগতি ৰাখি নিজাববীয়াকৈ কৃষি উৎসৱ বা বসন্ত উৎসৱ পালন কৰে। তিৱাসকলে পালন কৰা বসন্ত উৎসৱক 'ছগ্ৰামিছাৰা' বোলা হয়।

তিৱা ভাষাত 'ছগ্ৰা' শব্দৰ অৰ্থ 'সকলোৱে' আৰু 'মিছোৱা' শব্দৰ অৰ্থ হৈছে 'নাচ'; অৰ্থাৎ সকলোৱে মিলিজুলি নচা নাচকেই ছগ্ৰামিছাৰা বুলিব পাৰি। ফাগুন মাহৰ মাজভাগত কোনো এক ৰবিবাৰ বা বুধবাৰে দিন ধাৰ্য্য কৰি আড়ম্বৰেৰে তিৱাসকলে এই 'ছগ্ৰামিছাৰা' উৎসৱ পালন কৰে।

ঠাইভেদে ধান দোৱাৰ আগ লোৱা (মাইচিচা)ৰ পিছদিনা ল'ৰৰ ঘৰৰ পথাৰত গাঁৱৰ বিষয়ববীয়াসকল গোটখাই ৰৰঘৰলৈ গৈ চাৰিভাই চাৰিকৰক সেৱা জনাই ছগ্ৰাৰ উদ্দেশ্যে পথাৰত বাঁহ কাটিবলৈ যায়। অতীজৰে পৰা ছগ্ৰা পৰিচালনাৰ প্ৰধান পৃষ্ঠপোষক হৈছে 'লৰ' আৰু 'হাজৰী' তেওঁৰ প্ৰধান সহায়ক। বিজুলী বাঁহৰ তলিখন পৰিষ্কাৰ কৰি 'লৰ'ই সাতোটা তৰাপাত স্থাপন কৰি তামোল-পাণ আৰু সিকি এটা আগ কৰে। চাংদলৈয়ে মদাৰ গছৰ পৰা চাৰিভাই চাৰিকৰক প্ৰতিনিধিত্ব কৰিবলৈ মিন্দাইখাম

সাজে। চাংদলৈ হৈছে ছগ্ৰাৰ বাবে গঠন কৰা পৰিচালনা সমিতিৰ অন্যতম বিষয়ববীয়া। এই পৰিচালনা সমিতিখনত চাংদলৈৰ উপৰিও নৃত্যগীতৰ বাবে ওজাখেল, ডেকাদলৰ বাবে ডেকাচাং, বুঢ়াদলৰ বাবে বুঢ়াচাং, চাংদলৈৰ সহায়কাৰী চাংমাজী, বন্ধন-শালীৰ বাবে ভাণ্ডাৰী খেল, আখৰাৰ পৰ্য্যবেক্ষক হোৰমাধৰ আৰু টাগলা যোগনীয়া 'পাতৰ', এইসকল বিষয়ববীয়া থাকে। পিতৃ-পিতামহৰ পৰা আশীৰ্বাদ বিচাৰি মিৰ্দাখামৰ বাঁওফালে এখন তৰাপাতত এযোৰ তামোল-পাণ আগ কৰে। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে, তাই-মঙ্গোলীয়ৰ 'মে দাম মে ফি' উছৱৰ আশীৰ্বাদ বিচৰা ৰীতিৰ সৈতে তিৱাসকলৰ এই ৰীতিৰ সাদৃশ্য পৰিলক্ষিত হয়। তিৱাসকলে প্ৰতি যোৰ তামোল-পাণৰ কাষত ধূপ-ধুনা জ্বলায় আৰু মদৰ লাউৰ পৰা মদ ঢালি বিজুলীৰ দেৱতা 'চালজা' ৰজাক গীতেৰে স্তুতি কৰে। তেওঁলোকে বাঁহ কাটিবলৈ যোৱাৰ উদ্দেশ্য অৱগত কৰি বাঁহ কটাৰ অনুমতি বিচৰাই হৈছে এনে স্তুতিৰ উদ্দেশ্য। পুৰোহিতে প্ৰথমতে স্তুতি কৰে আৰু দ্বিতীয়তে ইয়াৰ চাংদলৈয়ে পুনৰাবৃত্তি কৰে। স্তুতিৰ শেষত সকলোৱে দেৱতালৈ উচৰ্গিত মদ খাই বাঁহ কাটিবলৈ যায় আৰু বাঁহ লৈ আহি পুনৰ পূজা কৰা ঠাইত গোট খায়। অপদেৱতাৰ কোপদৃষ্টিৰ পৰা ৰক্ষা পাবলৈ সেই ঠাইত থকা মিন্দাইখামৰ পুৰণা বাঁহী সাতটা কোবাই ভাঙি বাঁহ কান্ধত লৈ "হে কুৰু হে কুৰু' (হে গুৰু হে গুৰু) বুলি চিঞৰি গাঁৱলৈ প্ৰত্যাগমন কৰে। পূৰ্ববংগৰ বসন্তকালৰ উছৱ 'বাঁহপূজা' আৰু কামৰূপী গঞা উছৱ 'ভঠেলী'ৰ লগত তিৱাসকলৰ এই বাঁহ পূজাৰ যথেষ্ট সাদৃশ্য আছে।

তিৱাসকলে 'ছগ্ৰামিছাৱা' উছৱৰ দিনকেইটাত কিছুমান সামাজিক ৰীতি-নীতি পালন কৰে। বাৰিখাই ছগ্ৰা উছৱৰ চাৰিদিন আগৰ পৰা গাঁৱৰ চাৰিওফালে চিঞৰে। নিজ নিজ ঘৰ-বেৰ লিপি-মচি চাফ কৰা, জীৱ-জন্তু বধ নকৰা, অতিথিক পৰিচৰ্য্যা নকৰা, কোনেও

গাঁৱত চলাচল নকৰা, হাই-কাজিয়া নকৰা, পাদুকা নিপিন্ধা, কাপোৰ নোধোৱা, মাছ নমৰা, হাল নোবোৱা, ধান নাবানা, তাঁতশাল স্পৰ্শ নকৰা, চাউল নজৰা, ঘৰত আলহী নৰখা, চুলি নকটা, কোৰ নমৰা, গছ নকটা, লংপেণ্ট-পাইজামা নিপিন্ধা, নৃত্য তলীত ধূমপান নকৰা, ছগ্ৰাত ব্যৱহৃত বাদ্যৰ বাদে আন বাদ্যত হাত নিদিয়া, ছগ্ৰাতলীত সকলোৱে উপস্থিত থকা ইত্যাদিয়ে হৈছে বাৰিখাই চিঞৰাৰ উদ্দেশ্যে আলহীয়েও এনে নিয়ম পালন কৰিব লাগে। বিবাহিত লোক হিচাপে পাতৰসকলে ঘৰৰ ভিতৰত আৰু ফুৰাখেলে ঘৰৰ বাহিৰত চোৰাংচোৱাগিৰী কৰে আৰু তেওঁলোকে দায়-জগৰবোৰ চাংদলৈক জনায়। চাংদলৈয়ে দোষীক কঠোৰ শাস্তি বিহিবৰ বাবে মন্ত্ৰণা-সভাৰ ব্যৱস্থা কৰে।

ছগ্ৰাৰ কেইদিনত 'চামচুৰি', 'মায়ং', 'মুচুৱা' আদি পাত, খাৰ দি খোৱাৰ নিয়ম আছে। ভাণ্ডাৰী নামৰ এটি খেলে ছগ্ৰাত বন্ধাবঢ়া কৰে। ভাণ্ডাৰী খেল—সৰুমা, তঙৰীয়া আদি বিষয়াক লৈ গঠিত হয়। খেলৰ বিষয়াসকলে জ্যেষ্ঠসকলক, ডেকাসকলক, চাংদলৈ, চাংমাজি গাঁৱৰ বাৰ্ত্তাবাহী আৰু অন্যান্য বিশিষ্ট ব্যক্তিক হাতমুখ ধুবলৈ পানী আৰু খাবলৈ মদ দিয়ে। জ্যেষ্ঠসকলক পিতলৰ বাচন, বাৰ্ত্তা বাহীক কৌপাত আৰু অন্যান্যসকলক চুঙাত মদ খাবলৈ দিয়ে। সামাজিক মৰ্য্যাদা অনুসৰিহে এনেদৰে মদ খাবলৈ দিয়া হয়।

তিৱাসকলে ছগ্ৰামিছাৱা উছৱত ব্যৱহাৰ কৰা বাদ্যযন্ত্ৰসমূহৰ ভিতৰত 'থুৰাঙ'ৰ বিশেষত্ব তাৎপৰ্য্যপূৰ্ণ। 'থুৰাং' হৈছে বিজুলী বাঁহৰ দুটা পাবেৰে সংযুক্ত দুটা বিন্ধা যুক্ত দীঘল বাঁহী। ছগ্ৰামিছাৱাত ব্যৱহাৰ কৰা বাদ্যযন্ত্ৰ দগাৰা বা তুম্বাঙৰ আকৃতি নাগাৰাৰ দৰে। ইয়াক দুডাল মাৰিৰে বজোৱা হয়। খ্ৰাম,—ই প্ৰায় ঢোলটোৰ দৰে। কিন্তু খ্ৰামৰ বৰটি পাতল আৰু দুইতালি ঘৃণহীন আৰু মাতটো ৰিঙা হয়। তিৱাসকলে বাদ্যযন্ত্ৰসমূহ তুলি ৰখা "চামাদি"ৰ খুটা "মিস্তাইনে থুনাক", "হজাইদেউ"ৰ প্ৰতীক হিচাবে অনন্ত শক্তিৰ

অধিকাৰী বুলি বৰ ভক্তি কৰে। মিন্দাইৰ কাষত এখন কৌপাতত সাতোটা তামোল, সাতখিলা পাণ, আৰু এভোৰণ মদ স্থাপন কৰে। চাংদলৈয়ে 'থুনা' খুটাত সেৱা জনাই মদ অলপ ঢালে আৰু বাকীখিনি সকলোৱে ভগাই খায়। এই পূজাৰ তাৎপৰ্য্য হৈছে বাঁহী সজাৰ অনুমতি বিচৰা। ইয়াৰ পিছত চাংদলৈয়ে একুৰা জুই ধৰে আৰু তাৰ চাৰিওকাষে বহে আৰু বাঁহী সাজে। এনে কাৰ্য্যক "পাংচি ফেলানি" বোলে। পৱিত্ৰদিন শনিবাৰে পাংচি আৰু থুৰাঙৰ অনানুষ্ঠানিকভাৱে ফুটা কৰে। সেইদিনা সকলোৱে মিলি খৰি সংগ্ৰহ কৰে আৰু গধূলিলৈকে চামাদিত ডাঙৰকৈ একুৰা জুই ধৰে। জুইৰ চাৰিওফালে ঘূৰি ঘূৰি ছগ্ৰাৰ আখৰা কৰে। অগ্নিদেৱতাক সন্তুষ্ট কৰি ঐন্দ্ৰজালিক শক্তিসমূহক দূৰ কৰাই হৈছে ছগ্ৰা আখৰাৰ মূল তাৎপৰ্য্য। 'পাংচিফেলানি'ৰ বাবে মদ প্ৰস্তুত কৰিবলৈ চাংদলৈয়ে প্ৰতিঘৰৰ পৰা চাউল সংগ্ৰহ কৰে। চামাদিত অনুষ্ঠিত হোৱা এই পাংচি ফেলানিত যোগ নিদিয়াসকলে এপাচিকৈ চাউল জৰিমনা ভৰে। এই চাউল উছৱৰ মদ প্ৰস্তুত কৰোঁতে ব্যৱহাৰ কৰে। আকৌ মঙলবাৰে ঠাইভেদে চামাদিত সকলোৱে গোট খাই পৰম্পৰাগত বাদ্যযন্ত্ৰবোৰ বজোৱাৰ আখৰা কৰে। বুধবাৰেও সকলোৱে সন্ধ্যা আহাৰ কৰি চাৰিভাই চাৰিকৰাক পূজি বাদ্যসমূহ বজায় আৰু বৃত্তাকাৰত তিনিপাক নাচি তিনিবাৰ কিৰিলি মাৰে। ইয়াৰপাছত মূল উছৱ অনুষ্ঠান কৰিবলগীয়া ঠাইডোখৰ চিকুণাই চাফা কৰি সমান কৰে আৰু ৰভাতলীৰ পৰা চামাদিৰ মুখলৈকে কেবাখনো তোৰণ সাজে। তোৰণসমূহত বিবিধ ফুল কাটি আঁকি দিয়ে। ই তিৱাসকলৰ সুৰুচিবোধসম্পন্ন মন আৰু চাৰুকলাৰ উৎকৃষ্ট নিদৰ্শন। বননিৰ পৰা বিবিধ বন-শাক তুলি আনি চামাদিৰ চোতালত সংগ্ৰহ কৰে। আগতে স্থাপন কৰা মিন্দাইখামৰ কাষত নতুন বাঁহীবোৰ ৰাখে। গাঁৱৰ এমূৰত চাংদলৈয়ে মদাৰ গছৰ ডালি এটা পোতে। ইয়েই চাৰিভাই-চাৰিকৰাক প্ৰতিনিধিত্ব কৰে। সেইদিনা সন্ধ্যা

পম্থাইসকলে কৌপাতেৰে বন্ধা এবটা তামোল পাণ দি চাংদলৈক সন্মান জনায়। চাংদলৈয়ে হ'ব পৰা অপৰাধৰ বাবে ক্ষমা মাগি তামোলৰ বটাটো বয়োবৃদ্ধসকললৈ আগবঢ়ায়। পাংচিটানা উছৱৰ সাতদিনৰ পাছত ছগ্ৰাৰ নৃত্য-গীতৰ আখৰা শেষ হয়। সেইদিনা চামাদিত সকলোৱে গোট খায় আৰু চাংদলৈয়ে জুই একুৰা ধৰে। জুইৰ চাৰিওফালে ঘূৰি ঘূৰি, গুৰুখেলৰ বাদ্যধ্বনি আৰু থুৰাঙৰ সুৰে সুৰে ডেকাসকলে নাচে। আখৰা কৰোঁতে কিবা দায়-জগৰ লগাইছে বুলি ক্ষমা কৰিবলৈ চাংদলৈয়ে মিন্দাইনে থুনাৰ সন্মুখত সাষ্টাংগে প্ৰণিপাত জনায়। অকল এয়ে নহয়, লৰ'ই চাংদলৈ আৰু চাংমাজি থুনা খুটাত কণী ভাঙে আৰু মিন্দাই দেৱতাক স্তুতি কৰে।

বয়োবৃদ্ধসকলক ৰাতি পুৰোহিতে তেওঁৰ ঘৰলৈ নি বৰঘৰত চাৰিভাই চাৰিকৰাক পূজা দিয়ে। বৰঘৰৰ সুংঠিত স্থাপন কৰা উধানৰ সোঁফালে সাতখন কৌপাতত পিতা-পিতামহৰ নামত পিঠা-গুড়ি, চাউল আৰু তামোল-পাণ উছৰ্গা কৰি পূজা কৰে। দেৱতা-সকলৰ বাবে পুৰোহিতে মতা আৰু মাইকী কুকুৰা দুটা কাটি তাৰ ৰক্ত উছৰ্গা কৰে। মন্ত্ৰৰ শেষত মাংসখিনি ৰান্ধি, তাৰে একাংশ দেৱতালৈ উছৰ্গা কৰি বাকীখিনি উপস্থিত ৰাইজে ভগাই খায়। ইয়াৰ পাছত বৰজেলাই পুৰোহিতক সাত যোৰা তামোল-পাণেৰে মান ধৰি সকলোৱে চামাদিলৈ যায়। তুলসী মিশ্ৰিত মন্ত্ৰপূত পানী ছটিয়াই পুৰোহিতে চামাদিৰ বাহিৰ আৰু ভিতৰ পৱিত্ৰ কৰে। চাংদলৈয়ে জ্বলোৱা জুইকুৰাৰ দাঁতিত কণী এটা কাটে। গুৰুসকলে বাদ্যযন্ত্ৰত সুৰৰ কঁপনি তুলি ঠাইখন উছৱমুখৰ কৰি তোলে আৰু ডেকাসকলে জুইকুৰাৰ চৌপাশে ঘূৰি ঘূৰি ছগ্ৰা গীত গায়। ছগ্ৰাৰ নৃত্য চামাদিতে আৰম্ভ হয়। বাদ্যসমূহ বজাই 'মছ'ৰ বাদে বাকী-কেইজন মূল নৰ্তকক মাজত লৈ বৃত্তাকাৰত নাচে। 'মছ' আৰু 'বুৰা' হৈছে দুজন বিশেষ নৰ্তক। ইয়াৰ বাহিৰে 'উমুদী' নামে দুজন আৰু 'তওৰীয়া' নামে এজন মূল নৰ্তকে ছগ্ৰা-নৃত্যত অংশ

গ্ৰহণ কৰে। মছ নৰ্তকে বাঁহ আৰু কাপোৰেৰে নিৰ্মাণ কৰা মছ (পহু)ৰ প্ৰতীক পিন্ধে। অংকীয়া নাটকৰ সূত্ৰধাৰৰ দৰে 'উমুদী'-কেইজনে দহ-বাৰ হাত দীঘল কপাহী বা মুগাৰ ফুলাম কাপোৰেৰে পাগ মাৰি ইয়াৰ নেজ পিঠিফালে গাৰ আধালৈকে ওলোমাই ৰাখে। উমুদী আৰু তঙৰীয়াকেইজনে পাগৰ তলত ওৰণিৰ দৰে বগা কাপোৰ পৰিধান কৰে। ওৰণিৰ কাপোৰ ভৰিৰ আঁঠুলৈকে ওলমি থাকে। খাইদংফা গছৰ মাটিৰ তলত থকা শাহটো উলিয়াই ধুনীয়াকৈ বাহিৰৰ পৰা অহালোকে নেদেখাকৈ সাজিব লাগে। ফুলেৰে অলংকৃত মুকুট, পাগুৰি ওৰণিৰ ওপৰত পিন্ধে। ইয়াৰ ওপৰত ক'লা বস্ত্ৰ এখন শিৰস্ত্ৰাণ হিচাপে লোৱাৰ আগতে কপালত আটি আটি বান্ধে। নৰ্তকসকলে তিৱাৰ জাতীয় পোছাক টাগলা পৰিধান কৰে। টাগলাৰ ওপৰত দহ-বাৰ হতীয়া দীঘল কপাহী বা মুগাৰ বস্ত্ৰ এখন বুকুত পূৰণ চিনৰ দৰে স্থাপন কৰে। ইয়াৰ আগ দুটা দুই কান্ধেদি পিঠিত ওলমাই লয়। কঁকালত পাঁচ-ছয়হতীয়া ফুলাম কপাহী বা মুগাৰ ফুল বছা ধুতি পিন্ধে সৰু গাঁঠিত পৰাকৈ। খাচীয়াসকলৰ দৰে নৰ্তকসকলে ডিঙি আৰু কঁকালত ৰূপৰ হাৰ পৰিধান কৰে। এনেদৰে নৰ্তকসকলে নিজাববীয়া পোছাক পৰিধান কৰি 'মছ'ৰ বাদে বাকীকেইজন নৰ্তকক লৈ নচা প্ৰত্যেকটো নাচ সাতবাৰকৈ পুনৰাবৃত্তি কৰে। বৰঘৰৰ সন্মুখত এনে নাচ বহুসময় চলে। ডাঙৰীয়া আৰু উমুদীৰ পাছত অন্যান্য বিষয়ববীয়াসকলে ৰাতি দহ-বাৰ বজালৈকে নাচি নাচি তিৱা ৰজা বা দলৈৰ ঘৰলৈ যায়। এনেদৰে যাওঁতে এজনে জ্বলা জোৰ আৰু এজনে ঢাল-বাৰু লৈ বাদ্যৰ ছেৱে ছেৱে নৰ্তক সকলৰ আগে আগে নাচি নাচি যায়। চামাদিত ননচা পাঁচবিধ নাচ আৰু পাঁচবিধ সুৰৰ কঁপনিৰে তিনি দিন ঠাইভেদে সাতদিন চাংদলৈ, চাংমাজি, লৰ' আৰু ওজাৰ ঘৰত বিষয়ববীয়াসকলে ডেকাসকলক নচুৱায়। ওজাৰ ঘৰত নাচ পৰিবেশন কৰাৰ দিনা ওচৰ-চুবুৰীয়া গাঁৱৰ পৰা অনেক দৰ্শক

আছে। বন্য জন্তুৰ মূৰ্তিৰে খোদিত ফণিৰে গাভৰুসকলৰ মূৰ ফণিয়াই ডেকাসকলে প্ৰেমাবেদনমূলক গীত গাই পৰস্পৰে ৰং-তামচা কৰে। এনে ধৰণৰ ধেমালি একে কুলৰ ভিতৰত হোৱা নিষেধ। এনে ৰং-তামাচাৰ মাজেৰে ডেকা-ডেকেৰীসকলে ৰঙীণ ভৱিষ্যতৰ সপোন দেখে আৰু যুগ্ম জীৱনৰ কঠিয়া সিঁচে।

চতুৰ্থ দিনা বিয়লি চাৰিভাই চাৰিকৰাৰ ধৰ্মীয় বাধাবোৰ উঠাই লয়। সেইদিনা নৃত্য-গীত কৰি বিষয়ববীয়াসকলৰ সৈতে ডেকাসকল চামাদিলৈ ঘূৰি আহে। 'ছগ্ৰা-কৰাছগ্ৰাত' চাংদলৈয়ে মিন্দাইফা সাজে যাক চাৰিভাই চাৰিকৰাৰ প্ৰতীক বুলি জ্ঞান কৰা হয়। ইয়াতেই ছগ্ৰা-নৃত্যৰ সামৰণি পৰে। বাদ্যযন্ত্ৰসমূহ চামাদিৰ চ'তিত তোলে আৰু নৰ্তকসকলে সাজপাৰ সোলোকায়। প্ৰায় সাতদিন-লৈকে আহিলা-পাতিবোৰ পহৰা দিয়ে। সাতদিনৰ মূৰত পুনৰ সাজপাৰ পিন্ধি শনি-পূজাৰ আয়োজন কৰি নৃত্য-গীতেৰে ছগ্ৰামিছাৱা উছৱ বছৰটোৰ বাবে বিদায় দিয়ে। ছগ্ৰামিছাৱা উছৱত ব্যৱহৃত বাদ্যযন্ত্ৰসমূহ চামাদিৰ পথালি চ'তিত তুলি ৰখাৰ পিছত যিকোনো সময়ত যিকোনো ব্যক্তিয়ে স্পৰ্শ কৰাটো নিষেধ। কোনো উছৱৰ আখৰা কৰিবৰ বাবে বাদ্যযন্ত্ৰসমূহ সেৱা-সংকাৰ কৰিহে চ'তিৰ পৰা নমাই আনি মেৰামতি কৰিব পৰাৰ নিয়ম আছে।

ঠাইভেদে ছগ্ৰাৰ উছৱৰ সামৰণি বিভিন্ন ৰূপত দেখা যায়। উছৱত যোগদান নকৰা বোৱাৰী-জীয়ৰীসকলেও উছৱৰ সামৰণিৰ দিনা যোগ দিয়েহি। পুৰোহিতে মিন্দাইফাৰ ওচৰত একুৰা ডাঙৰ জুই ধৰে, য'ত বাদ্যকাৰসকলে বাদ্যযন্ত্ৰত বিষাদৰ করুণ বিননি তুলি উছৱতলী করুণমুখৰ কৰেহি। তিনিবিধ নতুন নতুন নৃত্য সাতবাৰকৈ নৃত্যকৰসকলে পুনৰাবৃত্তি কৰে। পুৰোহিতে চাৰিভাই চাৰিকৰাৰ নামত এটা ৰঙা কুকুৰা ঠেং মুচৰি এৰি দিয়ে। ইয়াৰ পিছত বাঁহীয়াই বাঁহী বজাই এজন এজনকৈ আহি মিন্দাইফাত বাঁহীবোৰ কোবাই ভাঙে। গায়কসকলে করুণ গীত গাই দৰ্শকসকলৰ মনত বিষাদৰ

বিননি তোলে। পাস্থাইয়ে এনে মর্মান্তিক দৃশ্য চাই থুৰাণ্ডত কৰুণ বিননি তুলি আঁতৰি যায়। কেবল গ্রাম বজাই নিশা ওজাখেলক নচুওৱা হয়। ওজাখেলে সাতবিধ আনে ননচা নতুন নৃত্য পৰিবেশন কৰে। চাংদলৈ চাংমাজি আদি সকলোৱে ফা-মহাদেউৰ উদ্দেশ্যে নৃত্য কৰে। এই লেথীয়া নৃত্যসমূহ প্রায়ে প্রতীক ধর্মী। সর্বশেষত পুৰোহিত লৰ'ৰ নতুন নৃত্যৰ ভংগীমাৰে তিৱাসকলৰ ছগ্রা উছৱৰ সামৰণি পৰে।

ছগ্রাৰ গীতবোৰ আদি ৰসাত্মক। ছগ্রাত গীতৰ মাধ্যমেৰে প্রণয়িণীক প্রেমিকে প্রেম নিবেদন কৰে। ছগ্রা গীতৰ প্রতিদফা সাতবাৰকৈ একেটা সুৰতে পুনৰাবৃত্তি কৰে। ছগ্রাৰ দুটিমান গীতৰ দফা তলত উদ্ধৃত কৰা হ'ল।

(ক) চাল নাৱানে দাও দাও, জনাই নাৱানে দাও,
অমুথী বালিক' নিথাল্ থ' য়ংথ' যাংকৰা দাও,
থাচুখী বালিক' নিথাল্ থ' জনাই লেখা মথাং ৱাও।

**অসমীয়া ভাবার্থঃ** চোৱাচোন চোৱাইক, মোৰ সোণজনীৰ ভৰি কেইখনিলৈ, তেজৰঙা পতা কিখনলৈ আৰু উজ্জ্বল জোনটোৰ দৰে জিলিকি থকা মুখখনলৈ।

(খ) খুলচিং খাবলৈ' অদাল্ অদাল্' খুলচিং খাবাল' অদাল্
আমুখী ৱলিনে না না লিৱানা আণ্ডা খুচা কদাল্
থাচুখী ৱালিনে না না লিৱানা আণ্ডা থাংচী কদাল্ ॥

**অসমীয়া ভাবার্থঃ** শুনাচোন, শুনাইক, মই সোণজনীৰ ঘৰলৈ গ'লেই, তেওঁলোকে সকলোভকৈ আগত মোকহে নতুন বাতিত ভাল ভাল মদ আনি খাবলৈ দিয়ে। ইয়াৰ পাছত বৰিয়াকৈ সজাই পৰাই আহাৰ যোগান ধৰে। ইয়েই মোৰ প্রতি অকৃত্রিম ভালপোৱাৰ ইংগিত দিয়ে।

এনেদৰে তিৱাসকলে "ছগ্ৰামিছাৱা" বসন্ত উছৱ পালন কৰি অসমৰ বাৰেৰহণীয়া সংস্কৃতিৰ পথাৰখনত এক অনবদ্য অৱদান আগবঢ়াই অসমীয়া সংস্কৃতি সমৃদ্ধ হোৱাত অৰিহণা যোগাইছে।

## সহায়ক গ্ৰন্থ

শ্ৰীলোকেশ্বৰ গগৈ : তিৱা সংস্কৃতিৰ ৰূপৰেখা, ১ম আৰু ২য় খণ্ড

ড° লীলা গগৈ : অসমীয়া

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য : অসমৰ জনজাতি

# ডিমাছাসকলৰ বসন্ত উৎসৱ

শ্ৰীলোকেশ্বৰ গগৈ

বসন্তৰ আগমনীত অসমৰ পৰ্বত-ভৈয়ামৰ সকলো মানুহৰ মনত আনন্দৰ জোৱাৰ উঠে। এনে জোৱাৰক স্মৃতিপটত সজীৱ কৰি ৰাখিবৰ বাবেই যে উছৱ-অনুষ্ঠানৰ আয়োজন কৰা হয় তাত সন্দেহ নাই। এনে উছৱ-অনুষ্ঠান বিভিন্ন জনগোষ্ঠীয়ে একে সময়তে নাপাতি সুবিধা অনুযায়ী পতাৰ ব্যৱস্থা হ'ল। কোনো কোনোৱে বসন্ত কালৰ কিছুদিনৰ আগত, কোনোৱে বসন্তকালৰ ভিতৰত আৰু কোনোৱে বসন্ত কালৰ কিছুদিনৰ পাছত এনে উছৱ-অনুষ্ঠান পাতে।

বসন্ত উছৱ বুলিলে সাধাৰণতে কৃষি উছৱকেই বুজায়। কৃষি অবিহনে মানৱজাতি জীয়াই থাকিব নোৱাৰে। এনে উছৱ কোনোৱে শস্য দাই-তুলি-চপাই আনিবৰ সময়ত আৰু কোনোৱে শস্যৰ গেঁৰ মেলিবৰ সময়ত উদ্‌যাপন কৰে। সেয়ে ভৈয়ামত বসবাস কৰা-সকলে কৃষিৰ পাতনিত বহাগ বিহু আৰু চপাই ভঁৰালত সুমুৱাই শেহত মাঘ বিহু আড়ম্বৰেৰে পালন কৰে।

নতুন বছৰৰ আগমনীৰ প্ৰাক মুহূৰ্তত ভোজ-ভাত খাই আনন্দ-উৎসৱ কৰি কৃষিৰ মংগল সাধন আকাংক্ষা প্ৰকাশ কৰা প্ৰথা ডিমাছা-সকলৰ মাজতো প্ৰচলিত। ডিমাছাসকলৰ মাজত অতীতত বিহু উদ্‌যাপনৰ অৰ্থে এজন ডেকানেতা (নাগা হজা) আৰু এগৰাকী গাভৰুনেত্ৰী (মাটলা হজা) গণতান্ত্ৰিক পদ্ধতিৰে নিৰ্বাচিত হৈছিল। অধুনা অঞ্চলভেদে এনে প্ৰথাৰ প্ৰচলন থকা দেখা যায়। বিহুৰ বিষয়ববীয়াৰ আদেশত ডেকা আৰু গাভৰুসকলে কৰিবলগীয়া

কাৰ্য্যবোৰ শৃংখলাবদ্ধভাৱে কৰে। বিহুৰ খৰচৰ বাবে টকা-পইচা আমাৰ দৰে ডিমাছাসকলে দান-বৰঙণি তুলি নুফুৰে। সেয়ে ডেকা-গাভৰুসকলে যৌথভাবে পাহাৰত জুম পদ্ধতিৰে কৃষিকৰ্ম কৰে। ইয়াৰ পৰা যি ফচল পায়, সেইখিনি ৰাজহুৱা ভঁৰালত সংগ্ৰহ কৰে আৰু অভাৱ-অনাটনৰ দিনত গঞাক কম সুদত ধাৰলৈ দিয়ে।

বিহুৰ সময় আহিলে ডেকা-গাভৰুসকলে ধৰুৱাৰ পৰা সুদ আৰু মূলখিনি সংগ্ৰহ কৰে। তেওঁলোকে বিহুৰ বাবে কৰণীয় কৰ্তব্য-খিনিৰ বিষয়ে নত্ৰাঙৰ কাঠৰ টুকুৰাত বহি আলোচনা কৰে। 'নত্ৰাং' হ'ল ডেকাসকলৰ ৰাতি শোৱা ঘৰ, য'ত বহি গঞাই গাঁৱৰ সমস্যাৰ বিষয়ে আলোচনা কৰে।

ইয়াৰ বাহিৰেও ডেকা-গাভৰুসকলে বাৰ্ষিক একাধিক দিন, হাজিৰা হিচাপত শ্ৰমদান দিয়ে। এনে ধৰণৰ শ্ৰমদানবোৰ হৈছে, কৃষিভলীত মাটি চহোৱা, শস্য তোলা, শস্য কঢ়িওৱা, ঘৰ সজা, গাঁৱৰ আলি-পদূলি নিৰ্মাণ, বন নিৰোৱা, খেৰ কটা, খৰি কটা আৰু কঢ়িওৱা ইত্যাদি। এনেদৰে সমূহীয়া প্ৰথাৰে কাম কৰি পোৱা অৰ্থবোৰ, বিহু উপলক্ষে খৰচ কৰিবৰ বাবে সাঁচে।

নভঙা, কোমোৰাকটা, লংকা আদি ভৈয়াম অঞ্চলত বসবাস কৰা ডিমাছসকলে তিনিটা বিহু পাতে, যেনে: বহাগ বিহু (বাঈশাগী বিচু), মাঘবিহু আৰু কাতি বিহু (গাড্‌ভী বিচু)। তেওঁলোকে সংক্ৰান্তিক 'সাঁঙ্গজোৰা' বোলে। অসমীয়াৰ দৰে চ'তৰ সাঁঙ্গজোৰা, পুহমাহৰ সাঁঙ্গজোৰা আৰু আহিন মাহৰ সাঁঙ্গজোৰাৰ দিনা বিহুৰ পাৰ্তনি মেলে। এই তিনিটা বিহুৰ ভিতৰত বহাগ বিহুৱেই বসন্তকালীন উৎসৱ।

অতীতত, ডিমাছাই কাতি বিহুৰ দিনা হেৰেমডী বা 'হৈড়েম্বেশ্বৰী, চাণ্ডী বা ৰণচণ্ডী আদি দেৱীক আদ্যশক্তি ৰূপে পূজা এভাগী আগ কৰিছিল। এই পূজাত নৰবলি হৈছিল। নৰবলি দিয়াৰদিনা পুৰুষ আৰু মহিলাই 'গেৰবা' পালন কৰিব লাগিছিল। ডিমাছা

ভাষাত ইয়াৰ অৰ্থ হৈছে গেনা পালন কৰা, অৰ্থাৎ কেতবোৰ নিষিদ্ধ কাৰ্য্যৰ পৰা বিৰত থকা। সেইদিনা তেওঁলোকে পৰিয়ালৰ বয়োজ্যেষ্ঠ-জনৰ গৃহলৈ যায়। বৃদ্ধগৰাকীয়ে তেওঁলোকক নিজ নিজ বংশলতাৰ বুৰঞ্জীৰ কথা কয়। ক্ষেত্ৰঅধ্যয়ন কৰোঁতে এনেধৰণৰ বুৰঞ্জীবিদ, লেখকৰদ্বাৰা উত্তৰ কাছাৰ আৰু কাছাৰ জিলাত লগ পোৱাৰ সৌভাগ্য ঘটিছিল।

ডেকা-গাভৰু, কিশোৰ-কিশোৰীসকলে মান্যলোকক সেৱা কৰি মঙলাশীৰ্বাদ লয়। তেওঁলোকে মান্যসকলক 'জু' আৰু ভজা-মাংসৰে আপ্যায়িত কৰে।

ডিমাছাসকলৰ বহাগ বিহু পালনৰ উদ্দেশ্য হ'ল, নৱবৰ্ষক আদৰণি জনোৱা আৰু গোটেই বছৰটোৰ বাবে মঙ্গল কামনা কৰা। তেওঁলোকে বহাগ বিহুৰ প্ৰথমদিনা নৰসিংহ, লাইজাবৰি, হেলেচী, চাডেৰী, মছন্দৰী, বৰমানিমুনি আদিৰে বাৰবিধ শাকৰ আঞ্জা প্ৰস্তুত কৰি খোৱাৰ প্ৰথা আছে। এনেধৰণৰ আঞ্জাই কুৰি বিধ ৰোগ নাশ কৰে বুলি তেওঁলোকে বিশ্বাস কৰে।

বিহুত চিৰা (ৰংটেপ), কড়াইগুড়ি (ৰীয়াউ), আখৈ (আখিবুবাৰ), মুৰি (আখি), পিঠা (হন), বৰাভাত (মাইব্ৰেং) আদি অনেক বস্তু খোৱাৰ ৰীতি আছে। বিহুৰ আৰম্ভণিৰ পৰা পঠা, খাহী, কুকুৰা চৰাই, হাঁহ, পাৰ আৰু ঘৰুৱা মদৰ যোগাৰ কৰে। সংগৃহীত জীৱ-জন্তুবোৰ সাই-শিব্ৰাইৰ নামে উছৰ্গা কৰি, তাৰ মাংস কাটি-বাছি ভাজি প্ৰসাদ ৰূপে গ্ৰহণ কৰে। বিহুৰ দিনকেইটাত কোনো অসুখ-অশান্তি নহ'বৰ বাবে ব্ৰাই-শিব্ৰাইক প্ৰাৰ্থনা জনোৱা হয়। তেওঁলোকৰ মানত ব্ৰাই-শিব্ৰাই হৈছে স্ৰজন, পালন আৰু সংহাৰ কৰোঁতা স্বয়ং ভগবান।

তেওঁলোকে মাঘ বিহুৱেই হওক বা বহাগ বিহুৱেই হওক, বৰা চাউলৰ খিলা পিঠা, তিল পিঠা আদি প্ৰস্তুত কৰি তাৰ দ্বাৰা অতি আপোনজনক আপ্যায়িত কৰাটো বৰ গৌৰৱৰ কথা বুলি ভাবে।

ডেমেৰা আৰু ডিজোৱা এলেকাৰ ডিমাছাৰ বাদে আন ঠাইৰ ডিমাছাই সান্দহ খুন্দিব নাজানে।

ডিমাছাই বহাগৰ বিহুত নাচে আৰু আনন্দত মতলীয়া হয়। ডেকা-গাভৰুসকলে 'বৈধদমা', আওহাইবাণী, 'বাইখন', 'বাইমাই যায়' আদি নৃত্য অংগী-ভংগীৰে নাচে আৰু ঢোল, মৰী বা মুৰী আদি পৰম্পৰাগত বাদ্য বজায়। বিহুৰ সময়ত ওচৰৰ গাঁৱৰ পৰা দৰ্শকসকল আহি বিহুতলিত গোট খায়হি। বয়সস্থলোকে কথোপকথনৰ শৈলীত গীত (দোহা) গাই সকলোকে আনন্দ দিয়ে। বিহু-নাচৰ সময়ত বয়সীয়ালসকলে বোৱাৰীৰ বাবে ছোৱালী চাবলৈ সুযোগ পায়। বিহুৰ অন্তত ডেকা-গাভৰুসকলৰ বিয়াৰ বতৰ আহি পৰে। সেয়ে বিহু-নাচত পছন্দ কৰা, ছোৱালীৰ ৰূপ-গুণৰ লগত মিল হ'লে ডেকাৰ অভিভাৱকে গাভৰুৰ অভিভাৱকক বিয়াৰ প্ৰস্তাৱ আগবঢ়ায়। অৱশ্যে প্ৰস্তাৱ গ্ৰহণ কৰিলেহে বিয়াৰ আয়োজন কৰে।

উত্তৰ কাছাৰৰ ডিমাছাই বিষু উছৱ সাধাৰণতে তিনি বা পাঁচ বা সাতদিনীয়াকৈ পালন কৰে। উছৱৰ দিনকেইটা বিযুৰীয়া হ'ব লাগে। তিনি বা পাঁচদিন ব্যাপী পতা বিষুক 'চুৰেম' আৰু সাত-দিনীয়াকৈ উদ্‌যাপন কৰা বিষুক 'হাংচেউ-মানাউবা' বোলে।

ডিমাছা ভাষাত হাংচেউ শব্দৰ অৰ্থ হৈছে যুৱকৰ দল। এই শব্দটো জেমী-নগা ভাষাৰ পৰা আহিব পাৰে। অতীতত হেড়ম্ব ৰাজ্যৰ ৰজাই, জেমী-নগাৰ কন্যা এগৰাকীক বিয়া কৰাইছিল। এই গৰাকী ৰাণীয়ে ডিমাছা যুৱকৰ দল (হাংচেউ) এটিক কহিমাত জেমী-নগাৰ কৃষ্টিবোৰ শিকিবলৈ পঠাইছিল। ডিমাছাসকলৰ 'হাউবা', 'বাগউবা' আদি উছৱ ইয়াৰেই ফল বুলিব পাৰি।

উত্তৰ কাছাৰৰ ডিমাছাই এই বিষুৰ বাবে এবছৰৰ পূৰ্বৰ পৰাই অৰ্থ সংগ্ৰহৰ ব্যৱস্থা কৰে। অৰ্থ সংগ্ৰহৰ পদ্ধতিবোৰ পূৰ্বতে উল্লেখ কৰি অহা বিধৰ।

উছৱৰ দিন চমু চাপি অহাৰ লগে লগে, গাজাইবাওৰ চোতালত ৰাইজ বহি বিষু উদ্‌যাপন কেনেকৈ কৰিব আৰু কামৰ দায়িত্ব ভাৰ অৰ্পণ কৰাৰ বিষয়ে আলোচনা কৰে। সেই আটাইকেইদিন উৰলত (চাম থ) ধান খুন্দি চাউল উলিয়াই জুডিমাত থয়। উছৱত খাবলৈ লাগে ৫-৬ কুইণ্টল চাউলৰ মদ। 'জু'ৰ অনুপাতে মাছ-মাংসও সংগ্ৰহ কৰে। ওচৰ-চুবুৰীয়া গাঁৱৰ পৰা নিমন্ত্ৰিত অতিথিক অভ্যৰ্থনা জনাবৰ বাবেই খাদ্য-সামগ্ৰী উভৈনদীকৈ সংগ্ৰহ কৰা হয়। মদ-মাংসৰ বাহিৰেও তেওঁলোকক বিষুৰ আটাইকেইদিন ভোজ-ভাত খুওৱাৰ সুন্দৰ প্ৰথা আছে।

তেওঁলোকে এই উছৱত ম'হ বলি দিয়ে। কাটিবলগীয়া ম'হটো এমাহৰ আগৰ পৰাই ঘাঁহ-পানী খুৱাই, তেলটেঙা ঘঁহি বৰ আদৰত ৰাখে। উছৱ উদ্‌যাপনৰ প্ৰায় দুসপ্তাহৰ আগতে, ম'হটো এখন তোৰণৰ (ফাংস্লা) তলেদি বিধিবদ্ধ প্ৰণালীৰে সৰকাই গাজাইবাওৰ চোতাললৈ নিয়াৰ ৰীতি আছে। গাজাইবাওৰ চোতালত থকা-কেইদিন ডেকা-গাভৰুসকলে খুৱাই-ধুৱাই ম'হটো নিপোটল কৰি ৰাখে।

ডিমাছাৰ ফাংস্লাখনৰ কাৰুকাৰ্য্য শলাগিব লগীয়া। এনে ফাংস্লা নিৰ্মাণ কৰিবলৈ কমেও দহজন ডেকাৰ সাতদিন সময়ৰ প্ৰয়োজন। ফাংস্লা গাঁৱৰ ভিতৰলৈ সুমুৱা পথত নিৰ্মাণ কৰে। ইয়াৰ তলেদি ম'হটো পাৰ কৰাৰ দিনা ফাংস্লাৰ সন্মুখত ডেকা-গাভৰুসকলে হিয়া উবুৰিয়াই নাচে আৰু বাদ্যযন্ত্ৰসমূহ বজাই দশোদিশে উছৱৰ আগজাননী দিয়ে। নাচৰ অন্তত ৰীতি-নীতিৰ মাজেদি ম'হটো সৰকোৱা হয়। ইয়াৰ গূঢ়াৰ্থ হৈছে, নৱবৰ্ষক আৰু ম'হটোক আদৰণি জনোৱা। ইয়াৰ অন্তত ডেকা-গাভৰুসকলে ম'হটোৰ পাছে পাছে গৈ গাজাইবাওৰ চোতালত নাচে। এক প্ৰকাৰ এই নাচে, বিষু উছৱৰ আগবতৰা দিয়ে।

বিষুৰ আৰম্ভণিৰ দিনাই ম'হটো বলি দিয়ে। এনে কাৰ্য্যক

ডিমাছাই 'ছাটাইবা' বোলে। ইয়াৰ অন্তত এটা বা একাধিক গাহৰি আৰু কুকুৰা চৰাই বলি দি যথাবিহিত প্ৰথাৰে বিষুৰ পাতনি মেলে। বলি দিয়া পশু-পক্ষীৰ মাংস ভোজত লগায়। ভোজ-ভাত বান্ধি শেষ হ'লেই ডেকা-গাভৰুসকলে গাঁওবুঢ়াৰ ঘৰলৈ গৈ বিষু উছৱ আৰম্ভ হ'ল বুলি অৱগত কৰে। ইয়াৰ অন্তত ৰংৰহইচৰ মাজেদি ভোজ-ভাত খোৱা পৰ্ব আৰম্ভ হয়। প্ৰথমে বয়স্কসকলক আৰু দ্বিতীয়তে ল'ৰা-ছোৱালীবোৰক ভোজ-ভাত খুওৱা হয়। সকলোকে খুৱাই-বুৱাই সন্তোষ দিয়াৰ পাছত ডেকা-গাভৰুসকলে ভোজ-ভাত খায়। অৱশ্যে ভোজ-ভাতৰ লগে লগে চুঙাত মদ দিয়ে। ডিমাছাৰ বিষুত মদ নহ'লেই নহয়।

ভোজ-ভাত খোৱাৰ শেষত খ্ৰাম, মৰী বা মুৰী, মড়ৗছা, সুফীন আদি বাদ্যযন্ত্ৰসমূহ বজাবলৈ আৰম্ভ কৰে। উছৱৰ আটাইকেইদিন ডেকা-গাভৰুসকলে পাল পাতি পাতি, ভোজৰ ভাত-আঞ্জা ৰন্ধা আৰু অতিথিসকলক ইয়াৰেই অভ্যৰ্থনা জনোৱাত ব্যস্ত থাকে। অতিথিক অভ্যৰ্থনা জনোৱা আৰু অন্যান্য কামত কোনো আউল লগা দেখা নাযায়।

আনফালে বিহুৰ্তলিত ডেকা-গাভৰুসকলে কেবাটিও ভাগত ভাগ হৈ নাচে। এটা দলৰ নাচি ভাগৰ লাগিলে আন এটি দলে সেই ঠাই পূৰ কৰে। গাজাইবাওৰ চোতালত নাচি থকা সময়ত, গাজাই-বাওৰ ঘৰৰ ভিতৰত বহি বুঢ়া-বুঢ়ীসকলে গীতৰ মাধ্যমেদি তৰ্কাতৰ্কি কৰে। বয়োজ্যেষ্ঠসকলে চোতালত বহি নৃত্য-গীত চাই মনত বৰ আনন্দ পায় আৰু মাজে মাজে শিল্পীসকলক উৎসাহ-উদ্দীপনা দি থাকে।

বিষুৰ দ্বিতীয় দিনাৰ বৈশিষ্ট্য হৈছে মান্যজনক মান ধৰি সেৱা-সৎকাৰ কৰা। অবিবাহিত ডেকা-গাভৰুসকলে মান্যজনক ঘৰত বৈ-কাটি লোৱা কাপোৰ দিয়ে আৰু সৰু লাউৰ খোলাত জু-ডি খাবলৈ অনুৰোধ কৰি সন্মান জনায়। এয়ে ডিমাছাসকলৰ 'বিষুওৱা'। সেয়ে

বিহুৰ দ্বিতীয় দিনক 'বিষুমা' বোলে। বিষুমাত বিগত বছৰটোত মৃত্যু হোৱা ব্যক্তিসকলৰ আত্মাৰ কুশলৰ অৰ্থে জু-ডি আৰু ভাত-আঞ্জা উছৰ্গা কৰে। এনেদৰে মৃতকক খাদ্য দিয়া পদ্ধতি 'তাই-জনগোষ্ঠী' সমাজতো প্ৰচলিত।

মৃতকক খাদ্য দিয়া অনুষ্ঠানৰ অন্তত জীৱিত আৰু মৃত ব্যক্তিসকলৰ মাজত থকা সম্বন্ধ চিৰকালৰ বাবে ছিঙি যায় বুলি বিশ্বাস প্ৰচলিত থকা দেখা যায়। এই দিনাও প্ৰথম দিনাৰ দৰে বৰভোজ পাতি গঞা আৰু আলহী-অতিথিক আপ্যায়িত কৰে। ধনীঘৰেও ব্যক্তিগত-ভাৱে যিমান পাৰে সিমান জু-ডি, ভজা মাংস আৰু অন্যান্য খাদ্য বস্তুৰে ৰাইজক আপ্যায়িত কৰে। ইয়াৰ মাধ্যমেদি ধনীয়ে নিজৰ প্ৰতিপত্তি সমাজত বিস্তাৰ কৰিবলৈ সক্ষম হয়।

খোৱা-বোৱাৰ অন্তত ডেকাসকলে নত্ৰাঙৰ সন্মুখত দীঘল জঁাপ, ওখ জঁাপ, গধুৰ শিল দলিওৱা, দৌৰ মৰা, কমুনবো আদি বিভিন্ন খেলৰ প্ৰতিযোগিতা পাতে। অৱশ্যে ছোৱালীবোৰে এনে প্ৰতিযোগিতাত অংশগ্ৰহণ নকৰে। প্ৰতিযোগিতাৰ শেহত প্ৰতিযোগীসকলে গাঁওবুঢ়াৰ (কুনাঙ) ঘৰলৈ গৈ পুৰস্কাৰ বিচাৰে। কুনাঙে বিজয়ীলোকক জু-ডিৰে আপ্যায়িত কৰে আৰু নগদ ধনৰে পুৰস্কাৰ দিয়ে। সেইদিনা গধূলি হোৱাৰ লগে লগে নাগা আৰু মাটলাসকলৰ মাজত নৃত্য-গীত আৰু বাদ্যযন্ত্ৰসমূহৰ প্ৰতিযোগিতা আৰম্ভ হয়।

দ্বিতীয় দিনাৰ দৰে তৃতীয়, চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ দিনাও ভোজ-ভাত, মদ আৰু মাংসৰ সু-ব্যৱস্থা কৰে। প্ৰতিদিনেই ভোজ-ভাত খোৱাৰ পাছত, ডেকা-গাভৰুসকলে নিতৌ নৃত্য-গীতত অংশগ্ৰহণ কৰি গাঁওখন আনন্দমুখৰ কৰি তোলে। বিষুৰ শেহৰ দিনা অৰ্থাৎ সপ্তম্দিনা 'গৰবা' নামে এটি অনুষ্ঠান পালন কৰে। 'গৰবা' শব্দৰ অৰ্থ হৈছে, সমূহীয়াকৈ পূজা এভাগ আগবঢ়োৱা।

ডিমাছাসকলে বিশ্বাস কৰে যে বিষুৰ সময়ত গাঁৱৰ বাহিৰৰ পৰা

কোনো মানুহ গাঁৱত প্ৰৱেশ কৰিলে, গাঁও অপৱিত্ৰ হয়। সেয়ে গাঁওখনৰ পৱিত্ৰতা ৰক্ষা কৰিবলৈ 'গৰবা-পূজা' পাতে। পূজাৰ দিনা গাঁৱলৈ অহা-যোৱা পথ সাময়িকভাৱে বন্ধ থাকে। আনকি কোনো মানুহক গাঁৱৰ পৰা বাহিৰলৈ যাবলৈও দিয়া নহয়। এনেকৈ বিষু উছৱৰ সামৰণি পৰে। ইয়াৰ অন্তত গাঁৱৰ প্ৰৱেশ পথ মুকলি কৰি দিয়া হয় আৰু গাঁৱৰ মানুহে ন-উদ্যমেৰে কৃষিকৰ্মত মন মেলে।

## দেওধনী নৃত্য ঃ

ডিমাছাই গাঁৱত মহামাৰী বা অপায়-অমঙ্গল হ'লে দেওধনী (ফাত্ৰী) জঁকায়। এনে ধৰণৰ দেওধনী জঁকোৱা প্ৰথা মংগলয়ড-সকলৰ সমাজত পৰম্পৰাগতভাৱে চলি আহিছে। ফাত্ৰী জঁকোৱাৰ আগতে পূজাৰীয়ে বেদী সাজে। বেদীত আকৌ কলপাত পাৰি ঘৰুৱা মদ (জুমায়), তামোল-পাণ, কল আৰু পিঠাগুড়ি স্থাপন কৰে।

ইয়াৰ অন্তত ফাত্ৰী জঁকাবৰ বাবে প্ৰথমে নিৰ্দিষ্ট বোলত ঢোল (খ্ৰাম) আৰু পেঁপা (মুৰী) বজায়। আগলি কলপাতত বহি থকা ফাত্ৰীগৰাকী লাহে লাহে কঁপিবলৈ ধৰে। ডিমাছাসকলে বিশ্বাস কৰে যে ফাত্ৰী জঁকাৰ কিছু সময়ৰ পাছতেই ফাত্ৰীৰ গাত দেও লম্ভে। দেও লম্ভাৰ লগে লগে ফাত্ৰীয়ে চাৰিও দিশে মূৰ লৰাই আৰু দীঘল চুলিকোছাৰে নিজৰ গাত কোবাবলৈ ধৰে। ফাত্ৰীয়ে হাতত দা এখন লয় আৰু হাত জোকাৰি জোকাৰি তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰে। ফাত্ৰীৰ এগৰাকী সহকাৰিণীও থাকে। ফাত্ৰীয়ে তাণ্ডৱ নৃত্য কৰাৰ সময়ত সহকাৰিণীজনীয়ে ফাত্ৰীলৈ ভাওলা কুকুৰা চৰাই দলিয়াই দিয়ে। ফাত্ৰীয়ে কুকুৰাটো থপিয়াই ধৰি টেঁটু মুচৰি ছিঙি তেজ পিয়ে।

সাধাৰণতে ফাত্ৰীগৰাকী মহিলা হ'ব লাগে। ইয়াৰ অন্তত

সহকাৰিণী গৰাকীয়ে ফাত্ৰীক তেওঁৰ উদ্দেশ্যে আগবঢ়োৱা নৈবেদ্য-খনি ৰীতি-নীতি মতে সজাব পাৰিছেনে নাই চাবলৈ প্ৰাৰ্থনা কৰে। তেতিয়া ফাত্ৰীয়ে চাৰিও দিশে এবাৰ চাই নৈবেদ্যখনিলৈ এবাৰ চকু ফুৰায়। নৈবেদ্যবোৰ যথাবিহিত প্ৰথামতে সজোৱা দেখিলে ফাত্ৰীয়ে কোনোধৰণৰ বাহ্যিক আচৰণ প্ৰকাশ নকৰে। যদি নৈবেদ্য ৰীতিমতে সজোৱা দেখা নাপায়, তেতিয়া তেওঁ মাটিত এগোৰ সোধাই চেতনাহীন হৈ পৰে। এনে সময়ত ফাত্ৰীৰ নৃত্যৰ লগত সংগত কৰা বাদ্যবোৰ ক্ষন্তেক সময়ৰ বাবে বন্ধ হৈ যায়।

পূজাৰীৰ প্ৰাৰ্থনামতে পুনৰ ফাত্ৰী জাঁকোৱা কাৰ্য্য আৰম্ভ হয়। কিছু সময়ৰ পাছত ফাত্ৰীয়ে চেতনা ঘূৰাই পালে জীৱ-জন্তুৰ অবিকল মাত মাতিবলৈ ধৰে। সাধাৰণতে ফাত্ৰীৰ গাত যি দেৱে লম্ভে সেই দেওৰ মাত অনুকৰণ কৰি তেওঁ মাত মাতে। টেলেংগা দেৱে লম্ভিলে হলৌ বান্দৰৰ লেখিয়া মাত; ঘোঁৰা হ'লে হি-হি, ফেকুৱা হ'লে ফেউ-ফেউ, হাতী হ'লে হোঁকৰে, ভালুক হ'লে হোক-হোকাই আৰু সিংহ হ'লে গোজৰণি মাৰে।

ইয়াৰ অন্তত ফাত্ৰীগৰাকীক সহকাৰিণীয়ে যি কোনো প্ৰশ্ন সুধিব পাৰে। ফাত্ৰীয়ে উত্তৰসমূহ এটি এটিকৈ দি যায়।

ডিমাছাসকলৰ যি কোনো মহিলাই ফাত্ৰী হ'ব নোৱাৰে। যি গৰাকীয়ে সপোনত স্বয়ং ব্ৰাই-শিব্ৰাইৰ পৰা আদেশ পায়, তেওঁহে ফাত্ৰী হ'বৰ যোগ্যতা লাভ কৰে। যি কোনো মানুহ ফাত্ৰী হোৱাৰ অন্তত তেওঁ পাতি হাঁহ, ৰাজ হাঁহ, চীনা হাঁহ, কুকুৰা চৰাই, পাৰঘূমা, মাছৰোকা, বগলি আদি চৰাই খোৱা নিষেধ। তেওঁ কেৱল পাৰ চৰাইহে খাব পাৰে। তেওঁ নিজে কটিয়াই নিয়া বাচনতহে ৰন্ধা-বঢ়া কৰি খোৱাৰ ৰীতি আছে। পুৰুষ ফাত্ৰী হ'লে ডাড়ি-চুলি খুৰোৱা নিষেধ; আন মানুহৰ লগত স্পৰ্শ কৰা উভয়বিধ ফাত্ৰীৰে বাধা আছে, শোৱা আৰু বহাৰ ক্ষেত্ৰতো আনে ব্যৱহাৰ কৰা আসন বা শেতেলীত বহা বা শোৱা নিষেধ।

ডিমাছাই ফাত্ৰী জঁকাই, জণ্ঠাই আৰু দাইয়াঃ নিৰ্বাচন কৰে। অতীতত ডিমাছাৰ মাজত বেদী সজা প্ৰথাৰ প্ৰচলন নাছিল। জণ্ঠাই আৰু দাইয়াঃ সৃষ্টিৰ দিনৰ পৰা বেদী সজা পৰম্পৰা সৃষ্টি হোৱা বুলি বিশ্বাস কৰা হয়। জণ্ঠাই আৰু দাইয়াঃই যজমানীৰ পালনীয় ৰীতি পালিব নোৱাৰিলে দেৱ-দেৱীসকল অসন্তুষ্ট হয়। তেতিয়া ৰাইজে ফাত্ৰী জঁকাই আৰু তেওঁৰ মুখৰ পৰা নতুনকৈ জণ্ঠাই আৰু দাইয়াঃ নিৰ্বাচিত কৰে।

ডিমাছাৰ দেওধনী নৃত্যত খ্ৰামৰ বোল এনেদৰে দিয়ে, যথা—

কিটিন্ টিন্ কিটিন্
টিন্ কিটিন্ টিন্
টিন্ টাও কিটিন্
টিন্ কিটিন্ টিন্
টিন্ দাও টিন্ দাও টিন্
টিন্ কিটিন্ টিন্।

ডিমাছাই 'মংৰাং' দেৱতাক ব্ৰাই-শিব্ৰাইৰ পুত্ৰ গণেশ বুলি মানে। 'টেলেংগা' আৰু 'ডিয়ালাউ' গণেশৰ ভ্ৰাতৃদ্বয়। তেওঁলোকৰ সমাজত গণেশ বাবাক পূজা দিলে, তেওঁৰ ভ্ৰাতৃদ্বয়কো পূজিব লাগে। সেয়ে ফাত্ৰী জঁকোৱাৰ আগতে মংৰাং, টেলেংগা আৰু ডিয়ালাউ দেৱতাৰ অৰ্থে যথাক্ৰমে এঘাৰ, ন আৰু সাতখন বেদী সাজে, প্ৰতিখন বেদীতেই কলপাত পাৰি জুমায়, তামোল-পাণ, কল আৰু পিঠাগুড়ি স্থাপন কৰে।

দেওধনীয়ে নিজৰ মন-প্ৰাণ দেৱতাৰ সৈতে একীভূত কৰি নৃত্য কৰে। দেৱতাই যেন ভয়ত নিজৰ সমস্ত শক্তি প্ৰয়োগ কৰি দেওধনীৰ গাত ৰন্ধ্ৰে ৰন্ধ্ৰে প্ৰৱেশ কৰে। দেওধনী যেন দেৱতালৈ ৰূপান্তৰিত হয়। দৈৱিক শক্তিয়ে প্ৰৱেশ কৰাত দেওধনীয়ে নৃত্যৰ অংগী-ভংগীৰ মাধ্যমেদি অস্বাভাৱিক স্বৰূপ এটি প্ৰকাশ কৰে। তেওঁ যেন দৈৱিক শক্তিৰ দ্বাৰা নিয়ন্ত্ৰিত। ইয়াৰ যোগেদি পৃথিৱী কেনেকৈ ৰজস্বলা

হ'ল, সন্তান কামনা কৰিলে, কুমাৰী পৃথিৱী সন্তান-সম্ভৱা হ'ল, মাতৃত্বৰ অসম্ভৱ যন্ত্ৰণা ইত্যাদি অপৰূপভাৱে এই নৃত্যত পৰিস্ফুট হৈছে।

## ৰণনৃত্য ( বাইজাবা ):

ৰণনৃত্যৰ বিষয়ে জনাৰ আগতে ডিমাছাসকলৰ ডেকাচাং ( নদ্ৰাং )ৰ বিষয়ে জনা আৱশ্যক। অতীতত ডিমাছা তথা অন্যান্য জনজাতিসকল ক্ষুদ্ৰ ক্ষুদ্ৰ গোটত বিভক্ত আছিল। আৰু এনে ক্ষুদ্ৰ ক্ষুদ্ৰ গোটৰ মাজত প্ৰায়েই আন্তঃকলহৰ সৃষ্টি হৈছিল। যেতিয়া কিবা কাৰণত এটা গোটৰ মাজত আন্তঃকলহৰ সৃষ্টি হৈছিল, তেতিয়া বিপক্ষগোটে তেওঁলোকক আক্ৰমণ কৰে। এই আক্ৰমণ প্ৰতিহত কৰিবৰ বাবে, ডেকাল'ৰাবোৰে গাঁওখনৰ প্ৰতিৰক্ষক হিচাপে থিয় দিয়ে। সেইবাবে ডেকাসকল 'নদ্ৰাঙ'ত ৰাতি থাকে। কেতিয়াবা শত্ৰুৱে গাঁও আক্ৰমণ কৰিলে এই ডেকাসকলে গঞাক তুৰন্তে গৈ খবৰ দিছিল। গঞাই পলাবলৈ সুযোগ নাপালে হাতত অস্ত্ৰ-শস্ত্ৰ লৈ ৰণক্ষেত্ৰত প্ৰৱেশ কৰিছিল। অধুনা শত্ৰুৰ আক্ৰমণ নাইকিয়া হ'ল যদিও, ইয়াৰ স্মৃতি ৰোমন্থন কৰিবৰ বাবে 'বাইজাবাৰ' আয়োজন কৰে।

ডিমাছাৰ বাইজাবাত শিল্পীসকলে দুটা দলৰ মাজত যুদ্ধ কৰি দেখুৱায়। প্ৰতিটো দলত কমেও ৭-১২ জনলৈকে শিল্পী থাকে। শিল্পী ৰণুৱাসকলে ডিমাছাৰ জাতীয় সাজপাৰ পৰিধান কৰে। ভৰিৰ কলাফুল ঢকাকৈ ধুতি, মূৰত পাগুৰি মাৰি পাছফালে দীঘল নেজ ওলোমাই লয়। ওভোতা কোটৰ দৰে এবিধ চোলা ( ছলাছুলাউ ) অতীতত পিন্ধিছিল। অধুনা কামিজ পৰিধান কৰে। ৰণনৃত্যৰ অনুষংগত ঢোল আৰু পেঁপাৰ ব্যৱহাৰ লক্ষ্য কৰিব পাৰি। শিল্পী-সকলে সোঁহাতত যাঠি বা জোং আৰু বাঁওহাতত ম'হৰ ছালৰ ঢাল লয়। বাদ্যৰ বিভিন্ন ছেৱত অংগী-ভংগী কৰি কৌশলপূৰ্ণভাৱে ৰণ কৰে। উভয়ে উভয় পক্ষক আক্ৰমণ কৰা আৰু নিহত কৰাৰ ভাও

দেখুৱায়। এনে নৃত্য ৰাংচু, নক্টে, আদী, কাৰবি, তিৱা আদি জনজাতিৰ মাজতো কম-বেছি পৰিমাণে দেখা যায়। ডিমাছাৰ বাইজাবাত নৃত্যৰ লয়-লাসৰ অভাৱ যদিও ৰণকৌশলৰ দক্ষতা আৰু গতিবেগ স্পষ্ট।

## বিহু নাচ ঃ

আদিম মানুহৰ সন্তান জন্ম দিয়া আৰু শস্য উৎপাদনতেই আছিল প্ৰৱল স্পৃহা। সন্তান জন্মৰ পাছত মানুহক জীয়াই থাকিবলৈ লাগে আহাৰ। আহাৰ নহ'লে কোনো প্ৰাণী জীয়াই থাকিব নোৱাৰে। অত্যধিক আহাৰ উৎপাদনৰ বাবে প্ৰয়োজন ব্যক্তিগত আৰু সামূহিক শক্তিৰ। এই ব্যক্তিগত আৰু সামূহিক শক্তিয়ে য'ৰ পৰা আহাৰ উৎপাদন কৰিছিল সেয়ে আছিল ধৰিত্ৰী ; যাক তেওঁলোকে এগৰাকী নাৰীৰূপে অভিহিত কৰিছিল। নাৰীৰ দৰে ধৰিত্ৰীৰ দেহতো সন্তান ( ফল, ফুল, শস্য আদি ) জন্ম দিব পৰা আচৰিত শক্তি নিহিত হৈ আছে। এনে ধৰণৰ শস্য-মৎস্য উৎপাদনৰ বাবে আদিম যুগৰ মানুহে মুকলি ঠাইত, যৌৱনপ্ৰাপ্ত ডেকা-গাভৰুসকলে মুকলি মনে নাচিছিল আৰু বাদ্য বজাইছিল।

মুকলি ঠাইত নচা বিহুনাচে আৰু ঢোলৰ উত্তেজক ছেৱে তথা অংগী-ভংগীয়ে যৌন পৰিৱেশ আৰু গীত বা মুৰী আদিৰ সুৰে যৌন কামনা-বাসনাৰ বাবে আকুল আহ্বান জনায়। সেয়ে ঢোলৰ মাততো শস্যৰ উৰ্বৰা শক্তি বৃদ্ধি হয় বুলি বিশ্বাস প্ৰচলিত হৈ আছে। কোনোৱে ঢোল বজোৱা বাৰিক জননাংগ বুলি বিশ্বাস কৰে। এইবোৰ বিশ্বাস ডিমাছা বিহুনাচ আৰু বাদ্যযন্ত্ৰৰ প্ৰসংগতো প্ৰযোজ্য।

ডিমাছাসকলৰ বিহুনাচ সকলো ঠাইতে একে নহয়। ডিজোৱা অঞ্চলত প্ৰদৰ্শন কৰা গুটিসিঁচা (হাতুবানী), মৰণা মৰা নাচ (মাইনাও ৰানী), অতি চমৎকাৰ। উত্তৰ কাছাৰত বসবাস কৰা ডিমাছাসকলৰ সমাজত কেবাধৰণৰো বিহুনাচ আছে, যথা—জাওবা, মাভাইথুলুম্বা,

জুবাও লাজৰা আৰু মাজাংডিনী। ডিজোৱা অঞ্চলৰ বিহুনাচৰ লৈতে আন অঞ্চলৰ বিহুনাচৰ সামান্য পাৰ্থক্য আছে। এই অঞ্চলত নচাৰ বেলা বিহুগীত নাগায়, কিন্তু খ্ৰামৰ বোল, মুৰীৰ সুৰ আৰু বীণৰ লহৰতেই তাল-মিলাই নাচে। এই অঞ্চলৰ মুৰী আন অঞ্চলৰ মুৰীতকৈ সৰু।

ডিমাছাৰ বিহুনাচত বিশেষকৈ ডেকাই-ডেকাই, গাভৰুৱে-গাভৰুৱে যুৰীয়াকৈ, দুশাৰীকৈ ( ৰেন্‌গিন্‌বানী ), অৰ্ধবৃত্তাকাৰত ( জাওপিনবানী ), পাক ঘূৰি ঘূৰি ( জাওবানী ) আৰু হাত প্ৰসাৰণ কৰি ( যাওহাইবানী ) নাচে।

## সাজপাৰ ঃ

বিহুনৃত্যত অংশগ্ৰহণ কৰা ছোৱালী (মাখলা) শিল্পীয়ে কঁকালৰ পৰা ভৰিৰ সৰু গাঁঠিত পৰাকৈ নীলা পাৰ চকুৰা বা সেউজীয়া ৰঙৰ মেখেলা (ৰিগু) পৰিধান কৰে। ৰিগুৰ ওপৰত ৰামধনু বুলীয়া ৰিহা (ৰিজামফাই) মনোৰমকৈ মেৰিয়াই লয়। ইয়াৰ ওপৰত হালধীয়া ৰঙৰ চুটি চাদৰ (ৰিখাউচা) বুকুত কচিয়াই লয়। তেওঁলোকে হাতত খাৰু, কাণত থুৰীয়া আৰু ডিঙিত সোণ-ৰূপৰ অলংকাৰ পৰিধান কৰে। অকল এয়ে নহয় তেওঁলোকে সেওঁতা ফালি খোপাও বান্ধে।

নভঙা, কোমোৰা কটা অঞ্চলত আকৌ মাটলাই পিন্ধা 'ৰিগু' হালধীয়া ৰঙৰ। ইয়াৰ তলপাৰিত বিচনী আকৃতিৰ ভমকাফুল থাকে, বিচনীৰ ওপৰত হাতী বা ময়ূৰ আৰু তাৰ ওপৰত তালবাদ্য দুহাতে লৈ থকা মানুহৰ প্ৰতীক থাকে। 'ৰিজাম্‌ফাই'খনতো বগা বস্ত্ৰত আধা অংশলৈকে ৰঙীণ ফুল (ওপৰত উল্লিখিত) থাকে আৰু আধা অংশত যি কোনো ৰঙেৰে বোলায়। ৰিকাউসাখনো ৰঙীণ ফুলেৰে ভৰা। অৱশ্যে ৰিকাউসাখন ইংৰাজী 'ভি' আখৰৰ দৰে ভাঁজ দি বুকুত স্থাপন কৰি, তাৰ আগ দুটা উভয় কান্ধেদি নি পিঠিত ওলোমাই লয়।

ডেকা (নাগা) শিল্পীয়ে নীলা বা সেউজীয়া ৰঙৰ পাৰ চকোৱা পাৰি থকা ধুতি, ভৰিৰ সৰু গাঁঠিত স্পৰ্শ কৰাকৈ পিন্ধে। হাত দীঘল বগাচোলা পিন্ধি কঁকালত শুদ্ধ বগা গামোচাৰে (বাছল) টঙালি বান্ধে। এখন বিশেষ ধৰণৰ চাদৰ (জুপাই) বাঁও কান্ধেদি বুকু আৰু ওচৰত পিঠিত পেলাই লয় আৰু দুয়োটা মূৰ সোঁকাষলতিৰ তলত কঁকালৰ স্থাপন কৰি গাঁঠি দিয়ে। গাঁঠিৰ কিছু তলৈলে জুপাইৰ আগ দুটাৰ কিছু অংশ ওলমি থাকে। জুপাইৰ দুয়োফালে আঁচলত বেলেগ বেলেগ ৰং কৰে। তাঁতশালত বওঁতে আঁচলৰ ওচৰত গোটেই সূতা-খিনি ছিঙি, আন ৰঙৰ সূতা জোৰা দি লয়। বওঁতে জোৰাৰ চিন-মোকাম নাইকিয়া কৰে। ইয়াৰ উপৰিও ফুলৰ চানেকি তুলি আকৰ্ষণীয় কৰে। শুদ্ধ বগা কাপোৰেৰে পাগুৰি মাৰে আৰু পাগুৰিৰ নেজ শিল্পীৰ পিঠিফালে দীঘলীয়া হৈ পৰি থাকে। অৱশ্যে মাঘ বিহু পালন কৰা অঞ্চলত নাগাই নাচত এনে সাজপাৰ পিন্ধা দেখা নাযায়।

ডিমাছাৰ বিহুনাচৰ অংগী-ভংগী আৰু ইয়াৰ লগত পৰিবেশন কৰা বিহুগীতবোৰ আদি ৰসৰে ৰঞ্জিত। সাজপাৰত বিশুৰ ব্যৱহৃত হালধীয়া ৰঙে, মেদিনীৰ গৰ্ভৰ পৰা সোণালী ৰঙৰ শস্য উৎপন্ন কৰা, বিখাউচাৰ সাতো ৰঙে আকাশত ৰামধেনু সৃষ্টি, বৰষুণ কামনাৰে মেদিনী উৰ্বৰা কৰা আৰু জীৱ-জন্তু-ফুলৰ প্ৰতীকে মেদিনীৰ সন্তান-সন্ততিৰ কথাৰেই ইংগিত দিয়া যেন লাগে।

কাছাৰৰ ডিমাছাসকলে মণিপুৰী কৃষ্টিৰ সদৃশ হোলি নাচ বসন্ত কালত পাতে।

# দেউৰীসকলৰ বসন্ত উৎসৱ

শ্ৰীকমলা কান্ত দেউৰী

দেউৰী সম্প্ৰদায় বা জনগোষ্ঠী অসমৰ এটি উপজাতি। দেউৰী সমাজখনক অসমীয়া জাতি তথা ভাৰতীয় মহাজাতিয়ে বৈশিষ্ট্যপূৰ্ণ-ৰূপে গণ্য কৰা সকলোৱে বিদিত। দেউৰী জাতিৰ লোকসকল সম্পূৰ্ণকৃষিজীৱী বুলি ক'ব পাৰি। অৱশ্যে বৰ্তমান যুগত এই জাতিৰো ৰাজনৈতিক, বাণিজ্যিক দিশত আৰু নানা বিষয়ৰ চৰকাৰী চাকৰিত নিয়োজিত হোৱা দেখা গৈছে। অসমীয়াৰ মাজত দেউৰী জাতিটো লুই কৰিলে অসমীয়া জাতিৰ অস্তিত্ব ক্ষুণ্ণ হ'ব। সেয়ে জনজাতি স্বৰূপে হ'লেও এই জাতিটোৰ স্বকীয় বৈশিষ্ট্য আছে।

সাধাৰণতে দেউৰী জাতি সহজ-সৰল স্বভাৱৰ। সত্যৰ পম খেদাত দেউৰীসকল পোনপতীয়ালোক। এই জাতিৰ লোকসকলে নিজা নামৰ পিছত জাতিটোকে উপাধি স্বৰূপে আগৰ দিনত লিখিছিল। বৰ্তমানেও এনেদৰেই চলি আছে যদিও কোনো কোনোৱে অন্যজাতিৰ দৰে নিজৰ নামৰ পিছত নিজ গোষ্ঠীৰ উপাধি লিখিবলৈ লৈছে। সেই উপাধিবিলাক দেউৰী জাতিৰ বিয়াৰ সময়ত ভিতৰুৱা নিজা বংশগোষ্ঠী সমাজৰ জ্ঞাতাৰ্থে প্ৰকাশ কৰি ঈশ্বৰৰ ওচৰত সাক্ষী লোৱা দেখা যায়। তেতিয়া দেউৰী জাতিৰ উপাধি নিজ বংশৰ পৰিচয় দিব লগা হ'লে সমাজ তথা ঈশ্বৰৰ ওচৰত কয়; যেনে—আমি চছাৰিয় বংশৰ, আমি আইৰীয় বংশৰ, আমি চিটিগায় বংশৰ, আমি কুমতায় বংশৰ, আমি চুক্ৰাংবংশৰ, আমি মাহদলা বংশৰ, আমি বৰদেউৰী বংশৰ, আমি ছুপিয়া বংশৰ, আমি চাকুচা বংশৰ, আমি বিকমীয়া

বংশৰ ইত্যাদি। মুঠতে ভাষাগত বৈশিষ্ট্য অনুযায়ী দেউৰীক দুটা ভাগত ভগাব পাৰি : ডিবঙীয়া (দুৱৰীয়া) আৰু টেঙাপণীয়া (দোৱান নাইকিয়া)। উপৰোক্ত উপাধিবিলাকৰ উপৰিও আৰু বহুতো উপাধি নানা বংশ অনুসৰি প্ৰচলিত।

অসমত দেউৰী জাতিৰ জনসংখ্যা তেনেই কম। অসমবাসীৰ জাতীয় উৎসৱ তিনিওটা বিহুকে এই জাতিয়ে অতি আন্তৰিকতাৰে পালন কৰে। বাপতি-সাহন বিহু, যেনে—কাতি বিহু, মাঘ বিহু আৰু বহাগ বিহু এওঁলোকে স্বকীয় পদ্ধতিৰে পালন কৰে।

দেঁউৰীসকলৰ বাসন্তিক উৎসৱ স্বৰূপে ৰঙালী বিহুলৈ আঙুলিয়াব পাৰি। অজনজাতীয় অসমীয়া ৰঙালী বিহুৰ দৰে দেউৰীসকলৰ ৰঙালী বিহুও উৎসৱ-অনুষ্ঠান, গীত-পদ, নৃত্য-বাদ্য আদিৰ সমষ্টি। মাঘ বিহুৰ নিচিনাকৈ বহাগমাহৰ প্ৰথম বুধবাৰৰ পৰা দেউৰী সমাজত ৰঙালী বিহু উৎসৱৰ শুভাৰম্ভণি হয়। এইদিনা পূজাশালত বলিসেৱা, ফুলসেৱা আদিত প্ৰতিঘৰৰ লোক ব্যস্ত থাকে। পূজাত মতা ছাগলী, হাঁহ, পাৰ, কুকুৰা, সোণৰ ফুল, ৰূপৰ ফুল প্ৰকৃতিৰ ফুল, টকা-পইচা আদিয়ে উল্লেখযোগ্য স্থান লাভ কৰে। দেউৰী সমাজতে ৰঙালী বিহু বাধ্যতামূলক হিচাপে ৮ (আঠ) দিন থাকিবই লাগিব। ডাঙৰ গাঁওবিলাকত হুঁচৰি লোৱা বছৰত ১২ (বাৰ) দিন বাধ্যতামূলক হয়। এই বিহুৰ আয়োজন বা উদ্‌যাপনৰ বাবে চাৰিদেউৰীসহ গাঁৱৰ বুঢ়া-মেথাই আগতীয়াকৈ সভাত বহি আলোচনা কৰে।

ৰঙালী বিহুৰ লগত দেউৰীসকলৰ উৎসৱ আৰু লোকনৃত্যৰ সম্পৰ্ক মন কৰিবলগীয়া। অতীতত বিহুটিক আদৰিবৰ বাবে বিহুমুখীয়া পৰিৱেশ সৃষ্টিৰ বাবে নৃত্য-গীতৰ আখৰা ফাগুন মাহৰ ১লা তাৰিখৰ পৰাই আৰম্ভ হৈছিল। কিন্তু বৰ্তমান 'শিক্ষিতৰ সভ্যতা' অহাৰ লগে লগে কিছু সংশোধন কৰি এসপ্তাহৰ আগৰ পৰাহে আখৰা হিচাপে গধূলি-গধূলি গাঁৱৰ কোনোবা এঘৰৰ চোতালত ২/৩ ঘণ্টা মুকলি বিহুৰ বাবে আদৰণি জনাই ডেকা-গাভৰুহঁতে আনন্দত নৃত্য

কৰি গীত গায়। প্ৰতিখন দেউৰী গাঁৱত একে নিয়মেৰেই নৃত্য-গীতৰ আখৰা চলে। টেঙাপণীয়া আৰু ডিবঙ্গীয়াৰ মাজত সাধাৰণ পাৰ্থক্য দেখা যায়। কিন্তু সুৰ পদ্ধতি একেটাই চলে। বহাগীক ৰঙালী নাম দিয়াটো দেউৰীসকলৰ মতে উচিত হৈছে: কাৰণ এই বিহুত মন-প্ৰাণ প্ৰত্যেকৰে উতলা হয়। কিছুমান গাভৰু আৰু ডেকাই অনুতাপত বিহু যোৱাৰ পাছত অকলে বহি চকুলো টোকে। সুধিলে, "বহাগ বিহু গ'ল কাৰণে কান্দিছোঁ"—বুলি কয়।

ৰঙালী বিহুত দেওশালৰ মণ্ডপত আৰু গধূলি এঘৰৰ চোতালত (য'ত আখৰা কৰা হয়) বিহু নাযায়মানে বিহুনাম, নৃত্য আদিৰ আখৰা কৰা হয়) নৱবৰষৰ উৎসৱৰূপে ৰঙালী বিহুৰ কেইদিন বেছিভাগ মানুহে বনৰীয়া খাৰলি আনি খায়। বনৰীয়া খাৰলিত নেফাপু, চেংমৰা, মেচিমুঁটু, তেবেজু, মিকাচিছ, মেজেঙা, ডিমৰু আদি থাকে। বনৰীয়া পশু-পক্ষী, গছৰ মৰলীয়া বাঁহ, তিতা-মিঠা-কেঁহা-জ্বলা-পোৰা, বনৰীয়া পোক, পানীৰ পোক আদিও এই সময়ত ঔষধ স্বৰূপে খায়। এনেদৰে খোৱাৰ উদ্দেশ্য হ'ল আগন্তুক বছৰটোত যাতে কোনোধৰণৰ বেমাৰ-আজাৰ নহয়।

ৰঙালী বিহু উপলক্ষে দেউৰীসকলৰ সমাজত চুঁজে (মদ) অপৰিহাৰ্য্য। মদ নহ'লে ঈশ্বৰেও দোষ ধৰে বুলি দেউৰীসকলৰ বিশ্বাস।

## গীত আৰু লোক-নৃত্য:

বাসন্তিক উৎসৱৰ অনুষংগত বিভিন্ন গীত গোৱা হয় আৰু গীতৰ লগে লগে নৃত্যও পৰিবেশন কৰা হয়। এনেবিধৰ কেইটিমান গীত আৰু নৃত্যৰ পৰিচয় তলত দিয়া হ'ল। যেনে:

### (১) লহৰীয়া গীত আৰু নৃত্য:

ডেকা-গাভৰুৱে পৰস্পৰে হাতত ধৰা-ধৰিকৈ বৃত্তাকাৰভাবে হাত-

ভৰি দাঙি ঘূৰি ঘূৰি গায় আৰু ইয়াৰ লগে লগে নৃত্য ভংগী প্ৰদৰ্শন কৰে।

লহৰীয়'বাই জহলীয়া, ধনবাই লহৰীয়া ॥
.... .... ... .... .... .... ... .... ইত্যাদি।

## (২) আবৰ ব' গীত আৰু নৃত্য ঃ

এইবিধ নৃত্য-গীত বুঢ়া-বুঢ়ী, ডেকা-গাভৰু মিলিজুলি গোৱা দেখা যায়। হাতে-হাতে ধৰি ঘনকৈ ভৰি দি মাজে মাজে চাপৰি বজাই ঢাপলি মেলি নৃত্য ভংগীসহ গায় ঃ

আবৰ ব' নাহাঙা আবৰ বছে।
জোৱা দামাদি চানঐ আবৰ বছে ॥
.... .... .... .... .... ....
হুঁয় হুঁকেৰে য়াবাই ৰে······
ছপা কিৰক' কিৰক' দাং লাৰবাং থাৰবাং ॥

## (৩) চিংফাই নৃত্য আৰু গীত ঃ

এইবিধ নৃত্য-গীতত ডেকা-গাভৰুৱে শাৰীপাতি প্ৰত্যেকে জাপ-মাৰি জাপমাৰি গায় ঃ

চিংফায়েই য়েয়েইয়া লাপিচ্ছা বাপিচ্ছা য়েঁায়েইয়া
মুচুচ্ছিমা চিছন্ত' মুকাগুচি ভ ভ নয় ॥········

## (৪) পেঁপা বজোৱা নৃত্য আৰু গীতৰ সুৰ ঃ

সুদক্ষ পেঁপাবাদক ডেকাল'ৰাই এই নৃত্যৰ বাবে পেঁপাৰ সুৰ টানি ধৰে। পেঁপাৰ সুৰে সুৰে গাভৰুৱে লয়লাস ভাৱে নৃত্য কৰে। পেঁপাত নানা ধৰণৰ সুৰ বজোৱা হয় আৰু তদনুক্ৰমে বিভিন্ন ভঙ্গীত নৃত্য প্ৰদৰ্শন কৰা দেখা যায় ঃ

কিলিঙটি কিলিঙটি কনেন নেন্ কনেন নেন্
নিয়ৈ কিল'টি, নিয়ৈ কিল'টি, চিছয়ায়' কিলটি
·············দেই········ ॥

### (৫) বিহুগীত আৰু নৃত্য ঃ

এই গীত ডেকাই প্ৰথমতে গায় আৰু প্ৰত্যুত্তৰত গাভৰুজাকে এবাৰ গায়। প্ৰতিবাৰৰ সুৰত গাভৰুহঁতে নাচি নাচি তাল-মান মিলায়। নৃত্যৰ শেষৰ ছেৱত ডেকা-ধেমেলীয়াই 'যাহুবেচি যাহুবে দেই', বুলি গাভৰুৰ লগত নাচি দেখুৱায়। গীতৰ লগতে হাত চাপৰি থাকে ; যেনে, গীত :

প্ৰথমে প্ৰণামো ঈশ্বৰ ভগৱতী,
দ্বিতীয় প্ৰণামো হৰি।
তৃতীয় প্ৰণামো গাঁৱৰ বুঢ়া মেথা
চতুৰ্থ প্ৰণামো ৰাম ॥

### (৬) দেউৰী ভাষাৰ সাধাৰণ গীত ঃ

য়'য়' ভগৱতী, প্ৰজা পালিয়াছি
হে য়য়' মামাৰু মামে।
নিয়' উলি পুলি জাননৈ সিগাৰি
ননে চ্ছেকুহ' বাঁমে ॥

### (৭) বাঁহী গীত ঃ

এই গীতত এঘৰৰ চাংঘৰত বহি ডেকা এজনে ৰাতিটো নানা সুৰেৰে বাঁহী বজায়। যেনে :

বতৰ কিৰিছি নমেদৈ ঐ, গভৰ গভৰ।
জ্ঞান কিৰিছি লেকুদৈ ঐ, গামোৰ গামোৰ ॥

### (৮) টোকাৰী বোৱা নৃত্য আৰু গীত ঃ

ডেকাহঁতে গোট খাই এঘৰত এই বাদ্য নানা সুৰেৰে বজাই মনমোহে। ডেকাই ডেকাই নাচে।

৮

## (৯) বীণ বজোৱা গীত ঃ

বীণৰ ছেও উঠা গীত জুৰি ডেকাইঁতে নানা সুৰ টানি ৰাতি ৰাতি আৰু গধূলি গাঁৱৰ বাটে-বাটে মাত-বোল নকৰাকৈ অকল বীণৰ মাতেৰে সমাজক শুনাই গায় যায়। বীণৰ সুৰ, যেনে :

ছুপা টিকেৰেই টিকে মেদাং দাং
মইনা বেলেলেই দাকিয়া চাৰম....।
গিৰা গিৰাচি লৌ, মিৰা মিৰাচি জোৱা....॥

## (১০) ঢোল বাদন ঃ

বহাগ বিহু আৰু মাঘ বিহুত ডেকা ল'ৰা বা বুঢ়াই যিয়ে ঢোল বাব জানে, তেওঁ নানা সুৰত ঢোল বায়। ঢোলৰ চাপৰ এনে ধৰণৰ :

গোৰোমচ্ছাং গোবোমচ্ছাং তুৰোম ঠাদি চ্ছাং....।

তালৰ মাত এনে ধৰণৰ :

লাচি পেই, বাচি পেই, দাজোকা চ্ছেই চ্ছেই।

## (১১) হাত চাপৰি আৰু তালবাদন ঃ

তাল বজাই আৰু চাপৰি বজাই ডেকা-গাভৰুসকলে গীত গায় আৰু তাৰ লগে লগে নাচে ঃ

তুখৰে ওপৰি দেঁহিচি ঐ.... · তুখ ঐ
মইনা দেঁহিচি ঐ....হেই।
লাকিয়া বিচুনা দেঁহিচি ঐ....
দালেহে জোৱা দেঁহিচি....ঐ....হেই ॥

## (১২) মিডিকাবা ( দেও উঠা ) গীত আৰু নৃত্য ঃ

বুধবাৰ আৰু দেওবাৰে দেওশালত কেৱল দেউৰীসকলৰ দ্বাৰাহে দেওধ্বনী-নৃত্য অনুষ্ঠিত হয়। আন জাতি বা জনগোষ্ঠীৰ লোকৰ

বাহিৰে দেউৰীসকলেহে দেওধ্বনী নৃত্যত অংশগ্ৰহণ কৰিব পাৰে। অইন জাতিৰ মানুহ থাকিলে 'মিডিগিৰা'ই (মুখ্য দেৱতাই) তেওঁলোকক খেদে। এচাৰি লৈ খেদাৰ বাবে দেউৰীৰ বাহিৰে আন জাতিৰ লোক দেওধ্বনী অনুষ্ঠানত উপস্থিত নাথাকে। এই অনুষ্ঠানত ঢোল-তাল বজোৱা হয়। ঢোলৰ ছেও, যেনে :

দিডিডিং, দিডিডিং ডিডিং....
ডিডিং ডিডিং ডিং।

দেও উঠাজনে তাণ্ডৱ-ভংগীত নৃত্য প্ৰদৰ্শন কৰে। দেওধ্বনীয়ে চকু ৰঙা কৰি থিয়কৈ চায়। ঢোল-তালৰ বাদ্য-বাজনাৰ লগে লগে উপস্থিত ৰাইজে হাতেৰে চাপৰি মাৰে।

## (১৩) গৰখীয়া গীত :

ল'ৰা বা ছোৱালীয়ে অকলে অকলে পথাৰত ধান দাই থাকোঁতে নাইবা ম'হৰ পিঠিত উঠি ম'হ চৰাই থাকোঁতে বা গৰু চৰাই থাকোঁতে গায় :

বতৰ-অৰতৰ কিৰিচি অ'....আ....।
চাহু-মুকু কিৰিচি অ'....আ....।
য়য়, বাবা, হাজেং নিলা....ওঁ....হুঁয়।

## (১৪) মজায়া গীত :

ডেকা বা গাভৰুৱে মিলি এইবিধ গীত একেটা মাথোন সুৰতে গায় :

গোমি ইগাবা অ'....অ'....।
বুজি ইগাবাচি অ'....অ'.... ।
বোৰচি মনচ্ছুং....আঁ .. ।
হুঁয় হুঁয়....ঙু.. ঙু
য়েহেই........মতমায়া অ'.... ।

### (১৫) হুঁচৰি গীত আৰু নৃত্য ঃ

বহাগ বিহুৰ সময়ত হুঁচৰি গাওঁতে ডেকাই নাচনীৰ পোছাক পিন্ধি এইবিধ গীত, নৃত্যসহ প্ৰদৰ্শন কৰে ঃ

হুৰে হুৰে....ডালত কাপোৰ ঘূৰে ।
....চ্ছিৰেমই...॥

### (১৬) হয়কি হয়য়ৌ গীত আৰু নৃত্য ঃ

"ডেকাসকলে হাত দীঘলকৈ দি ধৰাধৰি কৰি ভৰি মেলি ঘূৰি ঘূৰি নাচে আৰু গায় ঃ

হয়কি হয়য়ৌ হয়েকা নাকাং... ।

### (১৭) দেওচি গীত-নাচ ঃ

ডেকা-গাভৰু উভয়ে হাতেৰে চাপৰি বজাই নৃত্যসহ এইবিধ গীত গায় ঃ

চিলম্ চিলম্ গে গে,
চিলমণি লা-লা ।
কুটুম কুটুম গে গে,
কুটুমণি লা-লা ॥....

### (১৮) নেউল নাচ আৰু গীত ঃ

নেউলে কেনেকৈ চিকাৰ কৰে তাক গীত আৰু নৃত্যৰ সহায়ত ডেকা-গাভৰুৱে দেখুৱায় । এই নৃত্যত ঢোল-তাল বজোৱাৰ উপৰিও হাতেৰে চাপৰি বজোৱা দেখা যায় । এইবিধ নৃত্য-গীত হাস্যৰস প্ৰধান ।

### (১৯) বিচুদেগাৱা গীত আৰু নৃত্য ঃ

দেউৰীসকলে ৰাইজ হিচাপে হুঁচৰি ল'বৰ বাবে দেওশালত উপস্থিত হৈ ঈশ্বৰ কুন্দিমামাৰ নাম লৈ সামূহিকভাৱে বিহু নমোৱাৰ

অনুষংগত এইবিধ গীত গোৱা হয় আৰু গীতৰ ভাবানুসৰি নৃত্য প্ৰদৰ্শন কৰে। এই নৃত্য আৰু গীতক এক প্ৰকাৰে বিহুৰ আৰম্ভণি বুলিব পাৰি। বিশ্বাস প্ৰচলিত আছে যে, বিচুদেগাবা নাচত যিমান বেছি নৃত্য-ভংগী প্ৰদৰ্শন কৰিব পাৰি সিমানেই বিহু ভাল হয়।

## (২০) বিচুদাবেবা গীত আৰু নৃত্য ঃ

এই গীত আৰু নাচত কেৱল ডেকাসকলেহে অংশ গ্ৰহণ কৰে ; গাভৰু, সৰু ল'ৰা আৰু বুঢ়াই ইয়াত অংশ গ্ৰহণ কৰিব নোৱাৰে। সাধাৰণতে এইবিধ নৃত্যত ডেকাসকলে দীঘলীয়াকৈ জঁাপ মাৰি সঘনে খোজ দিয়ে। গতিকে গাভৰু বা সৰু ল'ৰা-ছোৱালী বা বুঢ়াই এইবিধ নাচ নাচিব নোৱাৰে। দেউৰী বিহুৰ এইখনেই শেষ নৃত্য-গীত। দেওশালত প্ৰথমে গধূলি বৰসন্ধিয়াত এইবিধ নৃত্য আৰম্ভ কৰি বাটে বাটে দৌৰি জপিয়াই গীত গাই গাই সামৰণি মাৰিবৰ বাবে বা বিহুৰ অৱসান ঘটাবৰ বাবে গাঁৱৰ পশ্চিমফালে মানুহে নেদেখা ঠাইত তেওঁলোকে আকৌ ঘূৰি ঘূৰি নাচি ঈশ্বৰৰ নামত গীত-পদ গাই বিভিন্নভাৱে বিহুক বিদায় দিয়ে। বহাগ বিহুতহে এই অনুষ্ঠানটি কৰা হয়। বিহুক বিদায় দি কন্দনামুৱা হৈ ৰাইজে বিদায় লয়।

এইবিধ নৃত্যৰ লগত গোৱা গীতৰ উদাহৰণ স্বৰূপে তলত এটি গীত দিয়া হ'ল :

যম ৰজা কেনেকুৱা চাই আহোঁগৈ···
আম গছৰ কেঁকুৰা ঠাল থৈ আহোঁগৈ
হুঁ হুঁ হুঁ····হুঁ হুঁ····হুঁ হুঁ।
···· ···· ····
য় হৈয়া হৈয়া শদিয়া ৰাজহ নৰা হুনুমদে
····য়হৈয়া··· ।

য় হৈয়া হৈয়া কুন্দিমামায় বাহৰ চছালে
ননা জৌ লাগুন্না লাহাম ঐ····য় হৈয়া ॥

ৰঙালী বিহুটিক আকৌ বছৰৰ মূৰত পাবৰ বাবে বিহুক বিদায় দিয়াৰ এসপ্তাহৰ মূৰত দেউৰী ৰাইজৰ মংগল কামনা কৰি আৰু বেমাৰ-আজাৰ নহ'বৰ বাবে তেত্ৰিচ কোটি দেৱতাৰ ভিতৰত ৬৪ (চৌষষ্ঠি) জন দেৱতাক গাহৰি, কুকুৰা, হাঁহ বলি দিবলৈ প্ৰতিশ্ৰুত হৈ চাৰি সিদ্ধ, চাৰি দেউৰী নামেৰে 'কামত থাকি' বছৰলৈ পূজা এবে। তাকে 'মিদিদেৰোৰোবা' বা 'বৰপেহাবা' বিহু বোলে। পিছদিনাৰ পৰা দেউৰী সমাজত খেতি-বাতি আৰু বিবাহাদিৰ কাম আৰম্ভ হয়।

# সোণোৱাল কছাৰীসকলৰ বসন্ত উৎসৱ

—শ্ৰীবেণু বড়া

ডুমডুমা আৰু ইয়াৰ উপকণ্ঠ অঞ্চল ঘাইকৈ তিনিটা জনগোষ্ঠীৰ বসতি অঞ্চল। ইয়াৰে ভিতৰত সোণোৱাল কছাৰীসকল আৰু মৰাণ-মটকসকল তিব্বতবৰ্মী জনগোষ্ঠীৰ প্ৰাচীন ভূমিপুত্ৰ ; আনহাতে চাহ জনগোষ্ঠীৰ লোকসকল বৰ্তমানে কেৱল ডুমডুমা অঞ্চল বুলিয়েই নহয় সমগ্ৰ অসমৰ এক বৃহৎ জনগোষ্ঠী। এই তিনিওটা জনগোষ্ঠীৰ জীৱন ধাৰণ প্ৰণালী যিদৰে ৰঙীণ আৰু বাৰেৰহণীয়া, সেইদৰে তেওঁলোকৰ সাংস্কৃতিক জীৱনো ৰঙীন আৰু বাৰেবৰণীয়া অসমৰ বৃহৎ সাংস্কৃতিক জীৱনত এই জনগোষ্ঠীকেইটাৰ বহু সাংস্কৃতিক অভিলেখ অখ্যাত আৰু অজ্ঞাত যদিও সিবিলাক আপোন সৌন্দৰ্য্যৰে মহীয়ান আৰু গৰিমাময়।

বৰ্তমানে ডুমডুমা জনগণৰ প্ৰাণ কেন্দ্ৰত সোণোৱাল কছাৰীসকলৰ বসতি পোৱা নাযায় যদিও সমগ্ৰ ডুমডুমাৰ চৌপাশে সোণোৱাল-সকলে আদি কালৰ পৰাই বসতি কৰি আহিছে। এই অঞ্চলৰ ৮০।৯০ খন গাঁৱৰ ভিতৰত কেৱল ছৈখোৱা ( বৰ্তমান শদিয়া ) সমষ্টিত প্ৰায় ৪৫% লোকেই সোণোৱাল কছাৰী জনগোষ্ঠীৰ লোক। শদিয়াৰ হালালী ৰাজ্যত সোণোৱালসকল মদন, মাণিকীয়াল আদি ১৪টা বংশই ৰাজত্ব কৰা আৰু ব্ৰহ্মপুত্ৰৰ দক্ষিণলৈ ৰাজ্য বিস্তাৰৰ অভিলেখ পোৱা যায়। ১৪টা বংশৰ এই বৃহৎ কছাৰীসকল কেতিয়াৰ পৰা সোণোৱাল নামেৰে পৰিচিত হ'ল—সেই বিষয়েও থাটাংকৈ ক'ব পৰা নাযায়। বহুতে সোৱণশিৰী নদীত সোণ কমোৱা বৃত্তিৰ লগত সোণোৱালসকলক জৰিত কৰিব বিচাৰে।

এওঁলোকেই হেনো সোৱণশিৰী নদীত সোণ কমাই ৰজাঘৰীয়া সোণৰ যোগান ধৰিছিল।

আকৌ শদিয়াৰ টেঙাপানী নদীৰ পাৰত বাহৰ পতা কেশদেউ গুৰুৰ ওচৰত কাক বাঁহৰ চুঙাত সোণ পৰীক্ষা কৰি বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰাৰ কাহিনীৰ পৰাও তেওঁলোক সোণোৱাল নামেৰে পৰিচিত হয় বুলি ভবা হয়।

হুগ্ৰা বা মিৰি পহু সোণোৱালসকলৰ এক আদিম লোকনৃত্য। এই নৃত্যৰ লগত সোণোৱালসকলৰ আদিম চিকাৰজীৱী জীৱনৰ ধ্যান-ধাৰণা জৰিত হৈ আছে। সাধাৰণ দৃষ্টিত হুগ্ৰা নৃত্য বিহুৰ লগত জৰিত যদিও ইয়াৰ মটিফটো চিকাৰজীৱী সমাজৰ আদিম জৈৱিক তাড়নাৰ লগতহে সম্পৰ্ক যুক্ত। আমাৰ উপৰি পুৰুষসকলে জীৱন নিৰ্বাহৰ বাবে যেতিয়া কেৱল চিকাৰৰ ওপৰতেই নিৰ্ভৰ কৰিব লগা হৈছিল—সেই সময়তো মানুহৰ মাজত আনন্দ-উছৱৰ স্থায়ী ভাবৰ জোৱাৰ প্ৰবাহিত হৈছিল। সেই সময়ত মানুহে চিকাৰত পোৱা অভিজ্ঞতা আৰু আনন্দক লগৰ লগৰীয়াৰ লগত অনুকৰণ কৰি আনন্দ লাভ কৰিছিল। আনন্দ-উছৱৰ এই আদিম প্ৰবৃত্তিটো কেৱল সোণোৱালসকলৰ বুলিয়েই নহয়, প্ৰাচীন মানৱ সমাজৰ বিভিন্ন জনগোষ্ঠীৰ মাজতো দেখা যায়। আনকি প্ৰাচীন গ্ৰীকসকলৰ মাজতো চিকাৰৰ অভিজ্ঞতাক লৈ কৰা আনন্দ-উছৱৰ উদাহৰণ আছে। পাছৰ কালত গ্ৰীকসকলৰ এই আদিম চিকাৰ-জীৱী উছৱৰ মটিফটোৰ পৰাই ট্ৰেজিক আৰু কমিক নাটকৰ জন্ম হৈছে বুলিও বহুতে ভাবে। অৱশ্যে এই লোকনৃত্যৰ লগত গ্ৰীক ট্ৰেজেদিৰ সম্পৰ্ক বহু দূৰণিবটীয়া। গ্ৰীক ট্ৰেজেদিৰ লগত জৰিত ডায়নিচাচ দেৱতাৰ পূজা উপলক্ষে গোৱা ডিমাই ৰাম্ব কোৰাচ গীতবিলাক আৰু সেই দেৱতাৰ পূজা উপলক্ষে ছাগলী দেৱতাৰ চাৰিওকাষে কৰা নৃত্য-গীতত গ্ৰীকসকলৰ আদিম চিকাৰজীৱী জীৱনৰ অভিব্যক্তি প্ৰকাশ পায়।

সোণোৱাল কছাৰীসকলৰ হুগ্রা নৃত্যৰ লগত গ্রীক ট্রেজেদিৰ মিল কোনোপধ্যে মানি ল'ব নোৱাৰি। তথাপি দুয়োটা লোকনৃত্যৰ আদিম মটিফটোত এক দূৰ-দূৰণিৰ মিল অনুভূত হয়।

সাধাৰণতে বহাগ বিহুৰ সাদিনৰ আগতে এই নৃত্যৰ আয়োজন কৰা হয়,—অনাগৰি—সোণোৱালসকলে, প্রকৃতিৰ পৰিবৰ্তন, জোনৰ অৱস্থিতি আদি ঘাইকৈ এটা আদি খেতিৰ পৰা খেতিৰ পথাৰত গহৰা গজা আৰু ধাননৈ লক্ষ্য ৰাখি চ'ত অহাৰ অনুমান কৰি লৈছিল আৰু তেতিয়াই এই নৃত্যৰ আয়োজন কৰিছিল। আগৰ কালত যি ঘৰ গৃহস্থৰ ঘৰত আগৰ বছৰৰ বীজ সামৰা হৈছিল,—সেই ঘৰ গৃহস্থৰ ঘৰৰ পৰাই বিহু নৃত্য আৰম্ভ কৰিছিল। স্বৰপাৰ্থত সোণোৱালসকলে হুগ্রা নৃত্যৰে বিহু আৰম্ভ কৰিছিল। কিন্তু বৰ্তমান সমূহীয়াভাৱে নামঘৰৰ পৰাই নৃত্য আৰম্ভ কৰে। মিৰি পহু বা হুগ্রা ঘাইকৈ চিকাৰ কৰা আৰু চিকাৰ আয়োজনৰ সামূহিক নৃত্য। সোণোৱালসকলে কয় যে,—বিহুৰ সামগ্রী বিচাৰি বিহুৰ সাদিনৰ আগতে চিকাৰ অভিযান কৰা হয়। এই নৃত্য তথা অভিযান (চিকাৰ অভিযান) একেৰাহে সাদিনলৈ চলে। তাৰ পাছতহে বিহু পাতে। আগৰ দিনত চিকাৰত পোৱা শাক-পাচলি, মাছ-পহুৰেহে বিহু পতা হৈছিল। বিহুৰ লগত হুগ্রাৰ সম্পৰ্কৰ এই আপাহতে সোণোৱালসকলৰ বিশ্বাস আৰু ধাৰণাক সত্য বুলি ভবাৰ পাছতো এটা কথা মনলৈ আহে—সোণোৱালসকলৰ এই লোকনৃত্যৰ মাজত ঘাইকৈ আদিম মানুহৰ চিকাৰী জীৱনৰ আদিম জৈৱিক মটিফটোহে প্রকাশ পায়। অনুমান কৰিব পাৰি যে,—পৃথিৱীৰ অন্যান্য জনগোষ্ঠীৰ দৰে সোণোৱালসকলেও এসময়ত কেৱল চিকাৰৰ ওপৰত নিৰ্ভৰশীল জীৱিকা বৃত্তিৰ পৰ্যায় এটা অতিক্রম কৰি আহিব লগা হৈছিল। মিৰি পহু সোণোৱালসকলৰ সেই আদিম জীৱনৰেই অভিজ্ঞতা।

কছাৰীসকলৰ বিশ্বাস—কছাৰী বীৰ হুগ্রাৰ নেতৃত্বত এই চিকাৰ

অভিযান চলোৱা হৈছিল। কোৱা বাহুল্য যে, হুগ্রাক কছাৰীসকলৰ সকলো বীৰ আৰু ব্যক্তিৰ ভিতৰত শ্রেষ্ঠ বুলি ভবা হয়। কছাৰী-সকলৰ এটা বংশক নৰকাসুৰ তথা কুম্ভবীৰৰ পৰিনাতি বা হুগ্রা নৃত্যত হুগ্রাল বংশৰ প্রাধান্যক লৈ আন এক বেলেগ ধৰণৰ জনশ্রুতিও শুনা যায়, কছাৰীসকলে এসময়ত কেঁচাইখাতী বা বুঢ়া-বুঢ়ী আদি শালত নৰ বলি দিছিল। কিন্তু পাছৰ কালত নৰ বলিৰ ঠাইত গাহৰি বলি দিয়া হৈছিল। বহুতে ভাবে, বলিৰ বাবে হাবিত গাহৰি বিচৰাৰ অভিযানটোৱেই হুগ্রা নৃত্য। বহুতৰ বিশ্বাস—হুগ্রা বা হুগৰা শব্দৰ অর্থ গাহৰি। পূজাৰ বলিৰ বাবে গাহৰি বিচৰা এই নৃত্যগীতত হুগ্রাবীৰে গাহৰিৰ জাপ ধৰি নৃত্য কৰে। কিন্তু আন কিছুমানৰ মতে মূল চিকাৰীজনহে হুগ্রাবীৰ। হুগ্রাবীৰৰ নেতৃত্বত এই নৃত্য অনুষ্ঠিত হয় বাবেই—ইয়াৰ নাম হুগ্রা নৃত্য হয়।

গোটেই হুগ্রা নৃত্যটোত কেইবাজন লোকে অংশ গ্রহণ কৰে। গাহৰিৰূপী চিকাৰৰ উপৰিও হুগ্রাবীৰ চিকাৰী, ডাহা চিকাৰী অর্থাৎ প্রধান চিকাৰীৰ সহায়কসকল, জাকৈ, খালৈ বা যখ-যখিনী (পুৰুষ আৰু তিৰোতা উভয় ৰূপত) অন্যান্য লগৰীয়াসকল থাকিব। ইয়াৰ উপৰিও চিকাৰৰ পৰিশ্রম লাঘৱ কৰা আৰু গোটেই অভিযানটো আনন্দমুখৰ কৰি তুলিবৰ বাবে বহুৱা চৰিত্রও থাকে।

হুগ্রা নৃত্যত চিকাৰী হুগ্রাবীৰে সম্পূর্ণ চিকাৰীৰ সাজত সাজি-কাচি ওলায়। পিন্ধনত তেওঁ লেংটি বা কৌপিন, গাত কিন্তু কোনো ধৰণৰ বস্ত্র পৰিধান নকৰে। গোটেই গা আৰু মুখত বিভিন্ন ধৰণৰ টটেম লয়। হাতত ধনুকাঁড় আৰু আলু খন্দা ঠাবেং (বাঁহেৰে তৈয়াৰী খন্দা সঁজুলি)। হুগ্রাবীৰে চিকাৰীৰ বেশত চিকাৰ বিচৰাৰ নৃত্য কৰে। চিকাৰ অনুসন্ধানত চিকাৰীয়ে যিবোৰ সমস্যা আৰু অসুবিধাৰ সম্মুখীন হয় সেইবোৰো নৃত্যৰ মাজেৰে পৰিৱেশন কৰা হয়। আনকি চিকাৰৰ গাহৰি বধ কৰি শালত দিয়া আৰু তাৰ

মাংস প্ৰসাদ হিচাপে বিতৰণ কৰা—এই আটাইবোৰ বিষয় নৃত্যৰ মাজেদি পৰিবেশন কৰা হয়।

হুগ্ৰাৰ চিকাৰীকেইজন চিকাৰী হুগ্ৰাবীৰৰ লগৰীয়া আৰু সহায়ক। তেওঁলোকেও হুগ্ৰাবীৰৰ দৰে লেংটি মাৰে আৰু গাত টটেম লয়। অস্ত্ৰ হিচাপে সিহঁতৰ হাতত ধনুকাঁড়ৰ পৰিবৰ্তে তৰোৱাল থাকে। তেওঁলোকে চিকাৰীক চিকাৰ দেখুৱাই বাট দেখুৱাই লৈ যায়। অৱশ্যে কেতিয়াবা প্ৰধান চিকাৰীতকৈ তেওঁ-লোকৰ উদ্ধতালি বেছি হয়। চিকাৰী হুগ্ৰাই বধ কৰা চিকাৰ তেওঁলোকে ধৰে। এই সকলোবোৰ বিষয় নৃত্যৰ মাধ্যমত প্ৰকাশ কৰা হয়।

জাকৈ-খালৈ যথাক্ৰমে নাৰী আৰু পুৰুষ চৰিত্ৰ। জাকৈৰ হাতত জাকৈ আৰু খালৈৰ হাতত খালৈ থাকে। নাৰী চৰিত্ৰ জাকৈয়ে বুকুত ফটা কাপোৰৰ মেথনি বা বক্ষ বন্ধনী আৰু কঁকালৰ তলৰ অংশত কলপাতৰ ছিৰিলি ছিৰিলি বস্ত্ৰ পৰিধান কৰে। খালৈয়েও বুকুত ফটা কাপোৰৰ বক্ষ বন্ধনী লয় আৰু লেংটি মাৰে। দুয়োৰে গাত বিভিন্ন ধৰণৰ টটেম থাকে। তেওঁলোকে নৃত্যৰ মাধ্যমত জাকৈৰে মাছ ধৰা, খালৈত ভৰোৱা আদি প্ৰদৰ্শন কৰে। চিকাৰী দলটোৰ অন্যান্যসকলে জাকৈ-খালৈক নানান ধেমেলীয়া গীতেৰে নৃত্য কৰোৱায়। এই নৃত্যত বাদ্য হিচাপে সুহুৰি আৰু হাত চাপৰি ব্যৱহাৰ কৰে :

কেৰেপ কেৰেপ কচুকলা বিচাৰি খাওঁ।
কেৰেপ কেৰেপ লেধাই শামুক বিচাৰি খাওঁ॥
—ইত্যাদি

এনে ধৰণৰ গীতৰ তালে তালে জাকৈ-খালৈয়ে নানান ধৰণৰ হাস্য-মধুৰ নৃত্য কৰে।

এইবিলাকৰ উপৰিও চিকাৰৰ মূল বিষয় পহুতো আছেই। হুগ্ৰা নৃত্যত পহুটোৱে সম্পূৰ্ণৰূপে পহুৰ পোচাক পৰিধান কৰে। চিকাৰী

হগ্ৰাৰীৰৰ আগে আগে চাৰি ঠেঙৰ ওপৰত ভৰ দি ছয়াময়াকৈ দেখা দিয়া,—পলায়ন আৰু আত্মৰক্ষাৰ বাবে কৰা প্ৰচেষ্টাৰ ভংগী দেখুৱাই নৃত্য কৰে। কেতিয়াবা চিকাৰীক বিভ্ৰান্ত আৰু বিপদাপন্ন কৰি তুলিবলৈ চেষ্টা কৰে। খেনোৰ মতে এই পহুৰূপী চিকাৰটোৱেই মিৰি পহু। ইয়াৰ ভিতৰত চোমনিৰ শ্ৰীগম্ভীৰ শইকীয়াৰ মতে— বীৰ হগ্ৰাই কাছাৰৰ পৰা তেওঁৰ লগৰীয়াসকলেৰে সৈতে উজাই আহোঁতে ডিবং লালিমুখত সাত ঘৰ মিৰি মানুহ পাইছিল (কাৰ্দং, ছেদং, লিকাম, হাগো, তাগো, নৰ আৰু ডফলা)। সোণোৱালসকলৰ হুচৰি গীতত এই প্ৰব্ৰজনৰ ইতিহাস আৰু অভিজ্ঞতা বৰ্ণিত হৈছে। এওঁলোকৰ তিনি ঘৰ মিৰি কছাৰীসকলৰ লগত মিলি যায় আৰু হগ্ৰাৰ চিকাৰ অভিযানৰ নৃত্যত অংশ গ্ৰহণ কৰে। পাছলৈ— মিৰিসকলেই পহুৰ ভাও দিছিল আৰু সেইবাবেই এই নৃত্যক মিৰি পহু বোলা হয়।

হগ্ৰা নৃত্যৰ চিকাৰৰ দলটোত এইবিলাক মূল চৰিত্ৰৰ উপৰিও অন্যান্য লগৰীয়াসকল থাকে। তেওঁবিলাকে নানান ধৰণৰ হাস্য-ৰসাত্মক নৃত্য কৰে। কেতিয়াবা প্ৰধান চিকাৰী আৰু ডাল চিকাৰীয়ে জাকৈ-খালৈকো নচুৱায়, হহুৱায়, যেনে—কেতিয়াবা জোক দেখাৰ নৃত্য কৰি, পৰি যোৱাৰ নৃত্য কৰি, ভয়ত বিভ্ৰান্ত হোৱাৰ নৃত্য কৰি হাঁহিৰ খোৰাক যোগায়। দেখা যায়, হগ্ৰা নৃত্যত এই ধেমেলীয়া দিশটো আচলতে তেনেই আনুষঙ্গিক। মূল নৃত্যৰ লগত ইয়াৰ বিশেষ সম্পৰ্ক নাই। তথাপি এই ধৰণৰ হাঁহি-তামচাৰ মাজত পথশ্ৰম লাঘৱ কৰাৰ, অভিযানটোক হাস্যমধুৰ আৰু ৰঙিয়াল কৰি তোলাৰ নতুবা বিপদ-বিঘিনি অতিক্ৰম কৰাৰ মানসিকতা নিহিত হৈ আছে।

প্ৰাচীন গ্ৰীচৰ ডায়নিচাচ দেৱতাৰ পূজা উপলক্ষে কৰা নৃত্যৰ কোৰাচ গীতবিলাকৰ দৰেই হগ্ৰা নৃত্যত সমূহীয়া (কোৰাচৰ নিচিনাই) হুচৰি গীতৰ ব্যৱহাৰ মন কৰিবলগীয়া। এই গীত

( হুচৰি গীত ) বিলাক বৰগীত আৰু থিয় গীত ৰূপে দুভাগত বিভক্ত।

মূল নৃত্যৰ আগে আগে এই হুচৰি গীতবিলাক প্ৰশস্তিমূলক গীত হিচাপে গোৱা হয়। গীতৰ লগত সোণোৱালসকলে হুচৰিত ব্যৱহাৰ কৰা বাঁহৰ টকাডালো লয়।

সাধাৰণতে বৰগীতেৰে নৃত্য আৰম্ভ কৰা হয়।

**বৰগীত ঃ**

অ' হুৰে হুৰে বাঁহ জালত কাপোৰ ঘূৰে।
হুৰে হুৰে গীতক কোনে সৰজায়॥
মহাদেউ পাৰ্বতি সিও সৰজায়।
গজায় মনায় সিও সৰজায়॥
খিৰিং ৰজা দেৱতা সৰজায়।
চাৰিশাল গোঁসানী সিও সৰজায়॥
অ' হুৰে হুৰে বাইজালত কাপোৰ ঘুৰে।
হুৰে হুৰে গীতক কোনে সৰজায়॥ —ইত্যাদি।

সেইদৰে থিয় গীতৰ ভিতৰত ঃ

ভোমোৰাই ঐ ওঁ হৈয়া।
ছাদে ভোমোৰাক বিয়া কৰি নিয়া।—
কঠাল গছৰ খাটকলিকা মদাৰ গছৰ হলো।
সাত সতিনী তাঁত লগাই কৰে হলো জপো॥ ইত্যাদি।

এনেদৰে প্ৰশস্তিমূলক হুচৰি গীত সমদলীয়ভাৱে গোৱাৰ পাছত নাচ আৰম্ভ হোৱাৰ গীত গোৱা হয় ঃ

শ্ৰীশ্ৰীশ্ৰীবায়ে শ্ৰীনদবাই
ডাল ভাঙি ফল খাই হলো বান্দৰাই
ফো মিৰি ফো হুলো লো।
মায় গৈছে মিছা মাৰিব নাকান্দিবা ফো॥

বাপেৰ গৈছে খৰি আনিব নাকান্দিবা ফৌ
ককায়েৰ গৈছে আলু খান্দিব নাকান্দিবা ফৌ।
ইত্যাদি।

আচলতে এই গীতৰ লগে লগে নৃত্য আৰম্ভ হয়। দেখা যায়, প্ৰাচীন গ্ৰীচৰ ডায়নিচাচ দেৱতাৰ পূজাৰ দৰেই হুগ্ৰা নৃত্যত নৃত্য-গীতৰ পয়োভৰ। এই নৃত্য-গীতৰ মাজেৰে হুগ্ৰা নৃত্যৰ বলি-বিধানৰ ধৰ্মীয় দিশটোতকৈ ইয়াৰ ব্যৱহাৰিক দিশৰ প্ৰতি লক্ষ্য কৰিলে দেখা যায় যে, হুগ্ৰা নৃত্যৰ গোটেই প্ৰক্ৰিয়াটোত সোণোৱাল কছাৰীসকলৰ আদিম চিকাৰজীৱী জীৱনৰ জৈৱিক প্ৰেৰণাৰ বিষয়টোৱেই ঘাইকৈ প্ৰকাশ পায়।

শ্ৰীগম্ভীৰ শইকীয়াই উল্লেখ কৰা মতে হুগ্ৰা নৃত্যত বলি-বিধান বা ধৰ্মীয় দিশতকৈ বিহুৰ সাতদিনৰ আগতে বিহুৰ সামগ্ৰী গোটোৱাৰ প্ৰবৃত্তিৰ লগতহে অধিক মিল আছে। এই ফালৰ পৰাও চিকাৰী-জীৱী সমাজৰ মটিফটোৱেই ওলাই পৰে। স্বাভাৱিকতে চিকাৰৰ ওপৰত নিৰ্ভৰশীলসকলেহে চিকাৰৰ যোগেদি খাদ্য সামগ্ৰী গোটোৱাৰ কথা ভাবিব পাৰি।

তেওঁলোকে দল বান্ধি চিকাৰ অভিযান কৰি খাদ্য সামগ্ৰী সংগ্ৰহ কৰিছিল আৰু সেই চিকাৰ-অভিজ্ঞতাৰ ঘাত-প্ৰতিঘাত, সুবিধা-অসুবিধা বা তেওঁলোকে কেনে অৱস্থাত চিকাৰ ধৰিছিল নাইবা চিকাৰত তেওঁলোকে কেনেদৰে ৰং-ধেমালি কৰিছিল তাৰ আহিঁ লগৰ লগৰীয়াক অনুকৰণ কৰি দেখুৱাইছিল। সেই অনুকৰণৰ প্ৰাচীন প্ৰক্ৰিয়াটোৱেই মিৰি পহু বা হুগ্ৰা নৃত্য। অনুমান কৰিব পাৰি যে, পাচলৈ সি বিহুৰ আগে আগে বিহুৰ সামগ্ৰী গোটোৱা সমূহীয়া নৃত্যত পৰিণত হয়।

আগতেই উল্লেখ কৰা হৈছে, বিহুৰ সাদিনৰ আগতে হুগ্ৰা নৃত্যৰ আয়োজন কৰা হয়। সাধাৰণতে আগৰ বছৰ যিঘৰ মানুহৰ ঘৰত বিহু সামৰা হয়, পিছৰ বছৰ সেইঘৰ মানুহৰ ঘৰৰ পৰাই বিহু

আৰম্ভ কৰা হয়। আগৰ বছৰৰ বিহু সামৰণিতেই পিছৰ বছৰৰ হুগ্রা নৃত্যৰ বাবে নাম ডাঙৰীয়া, জ্ঞাতিগুৰি, মাটিগিৰি আদি দেৱ-দেৱতাক উদ্দেশ্য কৰি উলু খেৰেৰে টোপোলা বান্ধে আৰু সেই মৰ্মে পিছৰ বছৰ সমূহীয়াভাৱে জ্ঞাতিগুৰি, মাটিগিৰি, নাম ডাঙৰীয়াক উদ্দেশ্য কৰি সেৱা জনোৱা হয়। সোণোৱালসকলৰ জ্ঞাতিগুৰি সবাহৰ নিচিনাকৈ হুগ্রা নৃত্যৰ দিনা গাঁওখনৰ সমূহ ৰাইজৰ অপায়-অমঙ্গল, মাৰিমৰক দূৰ কৰাৰ অৰ্থে প্ৰাৰ্থনা জনোৱা হয়।

সোণোৱালসকলৰ ভোগবৰীয়াসকলৰ মাজত এই হুগ্রা নৃত্যৰ প্ৰচলন আছে। আনহাতে ঢোলীয়ালসকলৰ মাজত বহুৱা নৃত্যৰ ঐতিহ্য ৰক্ষিত হৈছে।

### বহুৱা নাচ :

সোণোৱাল কছাৰীসকলৰ মাজত প্ৰচলিত বিভিন্ন লোক নৃত্যৰ ভিতৰত বহুৱা নাচ বুলিও এটা লোক নৃত্য আছে। ডাঙৰী অঞ্চলৰ ধলা কছাৰী গাঁও, ডিব্ৰুগড়ৰ জামিৰা ধমল গাঁও, শদিয়াৰ কুকুৰামৰা গাঁৱত কিছু অলপ বেলেগ বেলেগ ৰূপত বহুৱা নাচৰ প্ৰাচীন পৰম্পৰা ৰক্ষিত হৈছে।

বহুৱা শব্দৰ প্ৰতিপাদ্য অৰ্থ বিচাৰি শ্ৰীবিধান চন্দ্ৰ বৰাদেৱে কৈছে : "দেখ-দেখকৈ "বহু" শব্দত-ৱা প্ৰত্যয়ৰ যোগত (বহু + ৱা = বহুৱা শব্দ হৈছে। 'বহু' শব্দৰ প্ৰতিপাদিক অৰ্থ হৈছে বাহুল বা বেছি। কিন্তু 'ৱা' প্ৰত্যয় যোগ হোৱাত এই শব্দৰ প্ৰতিপাদক অৰ্থৰ ঠাইত ব্যঞ্জনা বা ঔপচাৰিক অৰ্থত বৈসাদৃশ্য অৰ্থাৎ সৰ্বসাধাৰণৰ পিন্ধন-উৰণ, ভাব-ভঙ্গী, কথন-মথনৰ লগত মিলি নোযোৱা, চলন-ফুৰণ আচৰণ আদিত স্বাভাৱিকতকৈ বেছি লোকক বুজায়।"

বহুৱা নৃত্যৰ উৎপত্তি সম্পৰ্কত ধলা গাঁৱত এক প্ৰচলিত জনশ্ৰুতি আছে। সেই জনশ্ৰুতি মতে এসময়ত কোনোবা অজান ঠাইৰ পৰা নাভূত-নাশ্ৰুত কেইটামান জীৱ আহি গাঁৱৰ পথাৰৰ কাষৰীয়া ঠাইত

লুকাই থকা দেখা পোৱা গ'ল। সিহঁতৰ গাৰ বৰণ মানুহৰ দৰে, মূৰত পছুৰ দৰে শিং, পিন্ধনত ছিৰিলা-ছিৰিলি গছৰ পাত। এই অদ্ভুত জীৱকেইটা যে মানুহৰ মঙ্গলৰ কাৰণে অহা নাই সেই কথা গাঁওবাসীয়ে উপলব্ধি কৰিলে। তেওঁলোকক গাঁৱৰ পৰা খেদি পঠাবৰ বাবে গঞা ৰাইজৰ মাজত আলোচনা হ'ল। তাল-মৃদঙ্গৰ ধ্বনি কৰি সেই জীৱকেইটাক লুকাই থকা ঠাইৰ পৰা উলিয়াই আনিবলৈ সিদ্ধান্ত কৰিলে। তেওঁলোকে গাঁৱৰ পূজাস্থলীত সেৱা জনাই সেই জীৱকেইটা লুকাই থকা ঠাইৰ সম্মুখত বিশেষ সুৰ আৰু লয়ত তাল-মৃদং বজাবলৈ ধৰিলে। তাল-মৃদঙ্গৰ ধ্বনিত সেই অদ্ভুত জীৱকেইটাই নিজ ভঙ্গীত নাচি নাচি ওলাই আহিল। তাল-মৃদং বজাই বজাই গায়নৰ দলে জীৱকেইটাক গাঁৱৰ মাজৰ নামঘৰৰ চোতাললৈ লৈ আহিল। সেই অদ্ভুত জীৱকেইটা চাবলৈ গাঁৱৰ সকলো ওলাই আহিল। গায়নৰ ছেৱে-ছেৱে অদ্ভুত জীৱকেইটাই নাচি নাচি ৰাইজৰ মাজত ফুৰিবলৈ ধৰিলে। ভালেমান সময়ৰ পাছত গাঁৱৰ মানুহে তেওঁলোকক নচুৱাই নচুৱাই নৈৰ পাৰলৈ লৈ গ'ল। নৈৰ পানীত নাচি সেই অদ্ভুত জীৱকেইটা অদৃশ্য হৈ গ'ল। গাঁৱৰ মানুহে জীৱকেইটাৰ জৰিয়তে হ'ব পৰা বিপদৰ পৰা মুক্ত হৈ স্বস্তিৰ নিশ্বাস পেলালে। গাঁৱলৈ আহিব পৰা সকলো ধৰণৰ অপায়-অমঙ্গল দূৰ হবলৈ আৰু বাধা-বিঘিনি নাশ হবলৈ কামনা কৰিলে। জনশ্ৰুতি মতে এনেকৈয়ে বহুৱা নৃত্যৰ আৰম্ভ হয়।

জনশ্ৰুতিত উল্লেখ থকা অদ্ভুত জীৱকেইটাৰ অনুকৰণত সোণোৱাল-সকলে আজিও নৃত্য কৰে আৰু গাঁওবাসীৰ অপায়-অমঙ্গল, মাৰি-মৰক দূৰ হোৱাৰ কামনা কৰে। সেই অদ্ভুত জীৱকেইটাৰ প্ৰতীক দেখুৱাবলৈকে এতিয়াও বহুৱা নৃত্য কৰা ব্যক্তিকেইজনে গোটেই গাটো কলপাতৰ ছিৰিলা-ছিৰিল পাতেৰে ঢাকি লৈ মুখা ব্যৱহাৰ কৰে।

বহুৱা কেইজনে নদীত বুৰ মাৰি ঘাটলৈ ঘূৰি আহে।

সোণোৱালসকলৰ বিশ্বাস—তেওঁলোকে পানীত বুৰ দিয়াৰ লগে লগে গাঁওখনৰ মাৰি-মৰক, অপায়-অমঙ্গল নাশ পায়।

বহুৱা নাচৰ সম্পৰ্কত জনশ্ৰুতি আৰু লোককথাৰ—এইখিনি কথা একান্তভাৱে স্বীকাৰ কৰি লোৱাৰ পাছতো আলোচনাৰ অৱকাশ ৰৈ যায়। আচলতে বহুৱা নৃত্য সোণোৱালসকলৰ এক প্ৰাচীন ঐতিহ্য। প্ৰকৃতি আৰু প্ৰক্ৰিয়াৰ ফালৰ পৰা বহুৱা নৃত্যই সোণোৱালসকলৰ মাজত প্ৰচলিত নৃত্য-গীতৰ ভিতৰত প্ৰাচীনতম। বোধহয়, সভ্যতাত সঙ্গীত-কলাৰ পূৰ্বাৱস্থাৰেই লোকনৃত্য সোণোৱাল-সকলৰ এই বহুৱা নৃত্য, কিয়নো এই নৃত্যত কোনো ধৰণৰ সঙ্গীতৰ ব্যৱহাৰ নাই। বিষ্ণুৰাভা ডাঙৰীয়াই অৱশ্যে হো হো হো ধৰণৰ এক সঙ্গীতৰ কথা উল্লেখ কৰিছে। বিধান বৰাদেৱেও এনেদৰে ক'বলৈ বিচাৰে : 'বহুৱা নৃত্যত কোনো গীত-মাত বৰ্তমানে সঙ্গত কৰা নহয়, যদিও আগতে নিশ্চয় তেনে অৱস্থাত আছিল।'

বহুৱা নৃত্যৰ এই প্ৰাচীন ঐতিহ্য বিচাৰত এই নৃত্যৰ পৰিবেশন ৰীতিৰ মাজত তাৰ প্ৰাচীনতাৰ উমান পোৱা যায়। এই নৃত্যৰ পৰিবেশন প্ৰক্ৰিয়াৰ পৰা অনুমান কৰিব পৰা যায় যে, বহুৱা নৃত্য সোণোৱালসকলৰ আদিম অৰণ্য জীৱনৰ প্ৰতিভূ,—যি সময়ত সোণোৱালসকলৰ সঙ্গীতৰ বিষয়ে কোনো জ্ঞানেই নাছিল। আজিও সোণোৱাল কছাৰীসকলে ভাবে—বহুৱা জীৱন তেওঁলোকৰ অৰণ্য জীৱনৰ স্মৰণ। অৰণ্য জীৱনত বন্য প্ৰকৃতিগত বিপদ-আপদৰ পৰা আত্মৰক্ষাৰ কামনা কৰি সোণোৱালসকলে কোনোবা অৰণ্য দেৱতাৰ অৰ্চনা কৰিছিল। বৰ্তমানে এই ব্যৱস্থা হৈছে যদিও পূৰ্বতে এই নৃত্যত অংশ গ্ৰহণ কৰা বহুৱা-বহুৱানীৰ লগৰ লগৰীয়া কেইজন-মানেৰে সৈতে নৃত্যৰ ৪।৫ দিনমান আগৰে পৰা হাবিত থাকিবলৈ দিয়া হৈছিল, যাতে অৰণ্যৰ বন্য প্ৰকৃতিৰ লগত তেওঁলোকে খাপ খুৱাই ল'ব পাৰে। তেওঁলোকে পৰিধান কৰা বস্ত্ৰৰ বিষয়ে উপৰৰ জনশ্ৰুতিৰ বাহিৰে জানিবৰ উপায় নাই যদিও বৰ্তমানে বস্ত্ৰৰ পৰিবৰ্তে

কলপাতৰ ছিৰিলি ছিৰিলি বসন বহুৱা-বহুৱানীয়ে পৰিধান কৰে। জনশ্ৰুতিৰ অদ্ভুত জীৱ বুলিয়েই নে বন্য জীৱনৰ সেই আদিম ঘটনাটোৰ কাৰণেই বহুৱা-বহুৱানীক সজাওঁতে কাকো চাবলৈ দিয়া নহয়। সোণোৱালসকলৰ মাজত আজিও জনবিশ্বাস প্ৰচলিত আছে যে, কোনোবাই ধেমালিতো কলপাতৰ নিচিনা বসন পৰিধান কৰিলে, সেইজন সময়ত অৰণ্যবাসী হ'ব লগা হয়।

প্ৰধানতঃ বহুৱা-বহুৱানীয়েই বহুৱা নৃত্যৰ মূল ব্যক্তি। বহুৱা-বহুৱানীক চমুকৈ বহু-বহুনী বুলিও জনা যায়। ইয়াৰে ভিতৰত বহুৱা পুৰুষ আৰু বহুৱানীক নাৰী ৰূপত কল্পনা কৰা হয়। বহুৱা-বহুৱানীয়ে ছিৰিলি বসন পৰিধান কৰাৰ উপৰিও মুখা পিন্ধে আৰু মুখাত টটেম আঁকি লয়। পুৰুষ বহুৱাই সাধাৰণতে পহুৰ নিচিনা শিং থকা মুখা পৰিধান কৰে। বৰ্তমানে মূল বহুৱা-বহুৱানীৰ উপৰিও লোক-চিত্ত বিনোদনৰ কাৰণে আনুষঙ্গিক চৰিত্ৰয়ো অংশ গ্ৰহণ কৰে। এই চৰিত্ৰই বহুৱা-বহুৱানীৰ লগতে নানান অঙ্গী-ভঙ্গীৰে হাস্যমধুৰ পৰিবেশৰ সৃষ্টি কৰে। নৃত্যৰত বহুৱা-বহুৱানীক মানুহে গাৰ অলংকাৰ খহাই দান কৰাৰ নিয়ম। সোণোৱালসকলে বিশ্বাস কৰে—এনেদৰে অলংকাৰ দান কৰিলে মানুহৰ গাত থকা অপদেৱতা আঁতৰ হয়। নৃত্যৰ শেষত বহুৱা-বহুৱানীয়ে জনশ্ৰুতিৰ অদ্ভুত জীৱকেইটাৰ দৰে পানীত বুৰ মাৰি সকলো বস্তু তাতে এৰি থৈ আহে। তাৰ পাছত নদীৰ পাৰতে ভোজ-ভাত খায়।

নৃত্যত অংশ গ্ৰহণ কৰা বহুৱা-বহুৱানীয়ে সেইদিনা উপবাসে থকাৰ নিয়ম। বহুৱা-বহুৱানী যদিও পুৰুষ আৰু নাৰী তথাপি পুৰুষেই বহুৱানী হয় আৰু গোটেই নৃত্যটোত পুৰুষৰেই প্ৰাধান্য। সাধাৰণতে বৰলা বা সন্তানহীন লোকহে বহুৱা-বহুৱানী হ'ব পাৰে। উঠি অহা ডেকা-গাভৰু নাইবা পুত্ৰ-কন্যা থকা লোক বহুৱা-বহুৱানী হ'ব নোৱাৰে। আগৰ দিনত নৃত্যৰ শেষত বহুৱা-বহুৱানীক আকৌ ঘাৰিত এৰি থৈ অহাৰ নিয়ম আছিল। আজিকালি অৱশ্যে এই

নিয়ম নাই, ভোজ খোৱাৰ শেষতেই নৃত্যৰ সামৰণি পৰে। বোধকৰোঁ জনশ্ৰুতিৰ অদ্ভুত জীৱকেইটাক খেদাৰ আনন্দতেই গঞা ৰাইজে ভোজ-ভাত খাইছিল।

আগতে কোৱা হৈছে যে, বহুৱা নৃত্য সোণোৱালসকলৰ আদিম অৰণ্য জীৱনৰ স্মৰণ। এই স্মৰণ তেওঁলোকে বহুৱা-বহুৱানী এই দুই প্ৰতীকৰ মাজেৰেই কৰে। সম্ভৱতঃ এই দুই ( বহুৱা-বহুৱানী ) প্ৰতিভূ আদিম মানৱৰেই প্ৰতিনিধি। বহু সোণোৱাল কছাৰী লোকে বিশ্বাস কৰে—বহুৱা-বহুৱানী—মানবীয় ৰূপত পুৰুষ আৰু প্ৰকৃতি। এই ফালৰ পৰা ধাৰণা কৰিব পাৰি—বহুৱা নৃত্যৰ লগত সৃষ্টিৰ আদি প্ৰক্ৰিয়াৰ সম্পৰ্ক আছে। স্বাভাৱিকতে আদিম জীৱনৰ স্মৰণ প্ৰক্ৰিয়া আৰু পুৰুষ-প্ৰকৃতিৰ সৃষ্টি প্ৰক্ৰিয়াত কোনো দেৱ-দেৱতাৰ অস্তিত্বৰ কথা ভাবিব পৰা নাযায়।

সাধাৰণতে ব'হাগৰ সাত বিহুৰ দিনা বহুৱা ওলায়। আগৰ দিনত প্ৰতি বছৰেই বহুৱা ওলাইছিল। আজিকালি দুই তিনি বছৰৰ মূৰকত বহুৱা ওলায়। ব'হাগৰ সাত বিহুৰ লগত বহুৱাৰ কি সম্পৰ্ক স্পষ্টকৈ ক'ব পৰা নাযায়। কিন্তু দেখা যায় যে, সোণোৱাল-সকলে তেওঁলোকৰ সকলো মাঙ্গলিক আৰু আনন্দ-উছৱৰ অনুষ্ঠান ব'হাগৰ নতুন বছৰতে উদ্‌যাপন কৰে। সেই অনুক্ৰমে বহুৱা নৃত্যও সেই সময়তে অনুষ্ঠিত হয় বুলি ভাবিব পাৰি।*

* প্ৰবন্ধটি যুগুতাওঁতে সৰ্বশ্ৰীবিধান বড়া, অধ্যাপক লক্ষেশ্বৰ সোণোৱাল, গম্ভীৰ শইকীয়া আৰু প্ৰাঞ্জল সোণোৱালে দিহা-পৰামৰ্শৰে আমাক সহায় কৰিছে।

# তাই-বৌদ্ধসকলৰ বসন্ত উৎসৱ

অধ্যাপক ললিত শ্যাম

অতীজৰে পৰা অসম ৰাজ্য নানা জাতি-উপজাতি, ভাষা-ভাষী আৰু ধৰ্মাৱলম্বী লোকসকলৰ বাসভূমি। এই কথা স্বীকাৰ্য্য যে, এই লোকসকলৰ বিভিন্ন ভাষা, ধৰ্ম, বুৰঞ্জী, সাহিত্য আৰু কলা-সংস্কৃতি সমূহে অসমীয়া সাহিত্য আৰু কলা-সংস্কৃতিলৈ অপৰিসীম বৰঙণি আগবঢ়াই আহিছে। সেয়ে অসম আজি বাৰে বৰণীয়া কলা-সংস্কৃতিৰ সঙ্গমস্থল।

অসম আৰু উত্তৰ-পূব ভাৰতৰ বিভিন্ন ঠাই আৰু অঞ্চলত বসবাস কৰা তাই-বৌদ্ধ জনগোষ্ঠীৰ লোকসকল, যেনে—তাই খাময়্যাং (শ্যাম), তাই খামতি, তাই ফাকে, তাই আইতন আৰু তাই তুৰুংসকল দক্ষিণ-পূব এচিয়াৰ বিৰাট শ্যান বা তাই জাতিৰ লোক। উক্ত তাই জাতিৰ লোকসকল অতীজতে চীন দেশৰ দক্ষিণ-পশ্চিম অঞ্চলৰ অধিবাসী আছিল। মুচোটেৰিণ নামৰ ফ্ৰাঞ্চৰ বুৰঞ্জীবিদ এজনৰ মতে তাই জাতিৰ লোকসকলৰ আদি ভূমি আছিল চীন দেশৰ কিন্‌লুং পৰ্বত সমষ্টিত আৰু য়ুনান প্ৰদেশত: "The Tais are descended from a parent racial Group, cognate to the Chinese, which is thought to have made its first historical appearance in the 6th century B.C."[2] দক্ষিণ-পূব এচিয়াত বিস্তৃত হৈ থকা তাইসকলৰ নাম, ঠাই অনুসৰি ভিন্ ভিন্। তেওঁলোক একে মূলৰ ঠাল আৰু সংস্কৃতিৰ মানুহ হ'লেও সময়ৰ গতিত বিভিন্ন নামেৰে পৰিচিত হয়।

ইতিহাসৰ মতে ১২২৮ খৃঃত তাই ৰজা চুকাফাৰ নেতৃত্বত অহা তাই লোকসকলৰ পিছত বাকী তাইসকলৰ (তাই খাময়্যাং, তাই খামতি, তাই আইতন, তাই ফাকে আৰু তাই তুৰুং) অসম আৰু উত্তৰ-পূব ভাৰতলৈ প্ৰব্ৰজিত হোৱাৰ লগে লগে তাই কলা-সংস্কৃতি, ভাষা-সাহিত্য, বুৰঞ্জী আৰু ধৰ্মৰ ক্ষেত্ৰত এক নতুন অধ্যায়ৰ আৰম্ভণি হ'ল।

তাই সংস্কৃতি এক বিশাল আৰু চহকী সংস্কৃতি। তাই জাতিৰ লোকসকলৰ বিভিন্ন পৰম্পৰা আৰু প্ৰসিদ্ধ উৎসৱসমূহৰ পালনৰ জৰিয়তে সাম্প্ৰতিক কালৰ কলা-সংস্কৃতি আৰু সভ্যতা উপৰি পুৰুষ-সকলৰ যুগ-যুগান্তৰ জোৰা চিন্তা-চৰ্চা আৰু সাধনাৰ সুফলহে প্ৰতিফলিত হৈছে। লগতে অতীতৰ ঐতিহ্য আৰু সামাজিক তথা সাংস্কৃতিক প্ৰমূল্যসমূহৰ বিষয়ে জনাৰ সুবিধা হৈছে।

অতীজৰে পৰা তাই বৌদ্ধ জনগোষ্ঠীৰ লোকসকল উৎসৱপ্ৰিয় লোক। তেওঁলোকে বছৰটোৰ ভিতৰত পালন কৰা বিভিন্ন উৎসৱ-সমূহৰ ভিতৰত বসন্ত উৎসৱ 'পয়চাংকেন' অন্যতম। তাই বৌদ্ধ জনগোষ্ঠীৰ লোকসকলে 'পয়চাংকেন উৎসৱক' বসন্ত উৎসৱ হিচাপে পালন কৰাৰ উপৰিও 'সংক্ৰান্তি-উৎসৱ' আৰু 'বুদ্ধমূৰ্তি ধুওৱা উৎসৱ' হিচাপেও পালন কৰে। 'পয়চাংকেন উৎসৱ' ঋতু-পৰিবৰ্তনৰ লগত জৰিত।

তাই বৌদ্ধ জনগোষ্ঠীৰ লোকসকলে চ'তৰ সংক্ৰান্তিৰ দিনৰ পৰাই 'পয়চাংকেন উৎসৱ' পালন কৰে। এই উৎসৱৰ প্ৰায় এমাহৰ আগৰ পৰা আৰম্ভ হয় 'লিক্‌চাংকেন (তাই পুথিৰ স্তুতি)। এই জন-গোষ্ঠীৰ লোকসকলে এমাহৰ আগৰ পৰা লিক্ শিকে আৰু 'পয়চাংকেন উৎসৱৰ' সময়ত পানী ঢালি গায়।

তাই গণনা 'ছাকেটৰ' মতে পয়চাংকেন উৎসৱৰ দিন, ঘণ্টা আৰু মিনিট আদি নিৰ্ণয় কৰা হয়। উৎসৱৰ আৰম্ভণিৰ কেইদিনমান আগতে বৌদ্ধ বিহাৰসমূহৰ প্ৰাঙ্গণৰ এক আচুতীয়া ঠাইত তাই

বৌদ্ধ কলা-সংস্কৃতিৰ আৰ্হিত 'ক্যংক্ৰা' ( বুদ্ধ মূৰ্তি থাপনা কৰা ঘৰ ) ৰাইজে নিৰ্মাণ কৰে। 'ক্যংক্ৰা' ঘৰটোৰ এফালে এখন কাঠৰ নেওৰা বাহিৰৰ পৰা ভিতৰৰ ফালে এটা সুন্দৰ 'কোংপান'ৰ ( বিবিধ ৰঙৰ সূতাৰে সজ্জিত বাঁহৰ চুঙাৰ চকৰি ) লগত সংযোগ কৰি দিয়া হয়। এই চুঙাৰ চকৰিটো ওপৰৰ ফালে নেওৰাখনৰ বিন্ধাত সুমুৱাই দিয়া হয় আৰু তলফালে এটি সৰু শিলৰ ওপৰত বহুৱাই দিয়া হয়।

তাই গণনামতে উৎসৱৰ সময় আহি পোৱাৰ লগে লগে বৌদ্ধ ভিক্ষু-শ্ৰমণ আৰু ৰাইজ বৌদ্ধ বিহাৰৰ ভিতৰলৈ যায় আৰু যথা-বিহিতভাৱে ধৰ্মীয় কাম-কাজসমূহ সম্পাদন কৰাৰ পিছত ভিক্ষু বা শ্ৰমণে বুদ্ধ মূৰ্তি এটি বা ততোধিক বিহাৰৰ ( মন্দিৰ ) পৰা কঢ়িয়াই আনি 'ক্যংক্ৰা' ঘৰত প্ৰতিষ্ঠা কৰে। এই কাৰ্য্যসূচী সম্পাদন কৰোঁতে ৰাইজে নানাবিধ তাই-বৌদ্ধসকলৰ পৰম্পৰাগত বাদ্যযন্ত্ৰ বজাই শোভাযাত্ৰা কৰি মূৰ্তিৰ ওপৰত আথৈ আৰু নানাবিধ ফুল ছটিয়াই আহে। 'ক্যংক্ৰা' ঘৰত থাপনা কৰাৰ আগতে ইয়াৰ সম্মুখত সজাই থোৱা এখন বহল আসনত কিছুসময়ৰ বাবে মূৰ্তিটো ৰখা হয় আৰু সেই সময়ত সকলোৱে সুগন্ধি পানী মূৰ্তিৰ ওপৰত ঢালিবলৈ লয় আৰু পূজা-সেৱা কৰে। ইয়াৰ পিছতে ভিক্ষু বা শ্ৰমণে মূৰ্তিবিলাক এটি এটিকৈ 'ক্যংক্ৰা' ঘৰৰ ভিতৰলৈ লৈ যায় আৰু তাই গণনামতে পৰিপাটিকৈ মূৰ্তিবিলাক থাপনা কৰা হয়। তাৰ পিছত ভিক্ষু-শ্ৰমণ আৰু ৰাইজে পুনৰ মূৰ্তিৰ প্ৰতি সেৱা-সৎকাৰ কৰে আৰু লগে লগে উৎসৱ আৰম্ভ হয়। সেই সময়ৰ পৰা সকলোৱে হাতত বিবিধ পাত্ৰ লৈ নতুন নতুন সাজ-পোছাক পিন্ধি শাৰী পাতি সেই পাত্ৰ-সমূহত চন্দন বা আন সুগন্ধি তেলৰ লগত মিহলোৱা পানী ভৰাই আনি মূৰ্তিবিলাকক স্নান কৰোৱায়। ইয়াক তাই ভাষাত 'চন্‌ক্ৰা' ( বুদ্ধ মূৰ্তি স্নান ) বোলা হয়। ব'হাগ বিহুত গৰু গা ধুওৱাৰ লগত 'চন্‌ক্ৰা'ৰ কিছু সাদৃশ্য আছে। পাত্ৰসমূহত ভৰাই নিয়া পানী পোনে

পোনে মূৰ্তিবিলাকৰ গাত ঢালি দিয়া নহয়। সেই পানী পাত্ৰ-সমূহৰ পৰা নেওৰাখনত ঢালি দিয়া হয় আৰু সেই পানীখিনি গৈ চকৰিটোৰ গাত থকা সৰু সৰু নলীৰ চুঙাত বিন্ধাইদি জোৰেৰে ওলাই যায়; সেই জোৰতে চকৰিটো ঘূৰিবলৈ ধৰে আৰু পানী ছিটিকি গৈ মূৰ্তিবিলাকৰ ওপৰত পৰেগৈ। এইদৰে গোটেই-দিনটো 'চন্‌ফ্ৰা' কৰা হয়। ইয়াৰ লগতে ল'ৰা-ছোৱালী, ডেকা-গাভৰু আনকি বুঢ়া-বুঢ়ীসকলেও পানীৰ খেল খেলি ৰং-তামাচা কৰে। ইয়াৰ লগত ফাকুৱা উৎসৱৰ সাদৃশ্য আছে। 'চন্‌ফ্ৰা' কৰা দৃশ্য অতি মনোৰম। ইয়াত সকলো সম্প্ৰদায় আৰু ধৰ্মাৱলম্বীৰ লোকে অংশগ্ৰহণ কৰে। ইয়াক চাবলৈ অনেক লোকৰ সমাৱেশ হয়।

সন্ধ্যাৰ লগে লগে 'চন্‌ফ্ৰা' বন্ধ হয় আৰু তেতিয়া ৰাইজে 'ক্যংফ্ৰা' ঘৰৰ সন্মুখত সমবেত হৈ থাম্‌চিন (প্ৰাৰ্থনা), চিমিথং (বন্তি প্ৰজ্বলন) আদিৰ আয়োজন কৰে। নিশাটো ডেকা-গাভৰুহঁতে তাই বিহুনাম গাই মূৰ্তিবিলাক ৰখে। তাৰোপৰি, সাংস্কৃতিক অনুষ্ঠান, আলোচনা চক্ৰ, ধৰ্ম সভা আদিও অনুষ্ঠিত হয়। ৰাতিপুৱা ৰাইজ পুনৰ 'ক্যংফ্ৰা' ঘৰৰ সন্মুখত সমবেত হৈ তাংচম্ (অন্নদান প্ৰাৰ্থনা), পুষ্প দান আদি কৰি বুদ্ধ-পূজা কৰে আৰু নতুন বছৰটোৰ আৰম্ভণিৰ লগে লগে বিশ্বত মানৱ জাতিৰ আৰু জীৱ-জন্তুৰ কল্যাণ আৰু সুখ-শান্তি হ'বলৈ ভগৱান বুদ্ধৰ ওচৰত প্ৰাৰ্থনা জনায়। সেই সময়ৰ পৰা পুনৰ 'চন্‌ফ্ৰা' আৰম্ভ হয়। এইদৰে চ'তৰ সংক্ৰান্তিৰ দিনাৰ পৰা তিনিদিনলৈ এই উৎসৱ তাই বৌদ্ধ জনগোষ্ঠীৰ লোক-সকলে অতি ৰং-ৰহইচ আৰু উলহ-মালহেৰে পালন কৰে। উৎসৱৰ সামৰণি পৰাৰ লগে লগে মূৰ্তিবিলাক পৰম্পৰাগত ৰীতি-নীতি অনুসৰি সেৱা-সৎকাৰ কৰাৰ পিছত ভিক্ষু-শ্ৰমণে পুনৰ বিহাৰৰ ভিতৰলৈ লৈ যায় আৰু বছৰটোৰ বাবে চাক্ষ-চিকুণ কৰি পালঙত (থাপনা) আগৰদৰে ৰখা হয়। লগে লগে বিহাৰৰ ভিতৰখন

চন্দনৰ পানী ছটিয়াই পৱিত্ৰ কৰা হয়। এই চন্দনৰ পানী ৰাইজৰ গাত ছটিয়াই দি তেওঁলোকৰ মঙ্গল আৰু সুখ-শান্তি কামনা কৰা হয়। উৎসৱৰ সামৰণিৰ পিছদিনা অথবা কেইদিনমানৰ পিছত ৰাইছে 'চম্ চাংকেল' (ধৰ্মীয় অনুষ্ঠান) পাতে আৰু ইয়াৰ জৰিয়তে গাঁৱৰ ৰাইজৰ মঙ্গল কামনা কৰা হয় আৰু লগতে বিশ্বশান্তি কামনা কৰা হয় আৰু পুৰণি বছৰক বিদায় দি নতুন বছৰক আদৰণি জনোৱা হয়। সামৰণিত ভিক্ষু-শ্ৰমণে বুদ্ধ মূৰ্তিবিলাক বিচনিৰে বিচি দিয়াৰ পিছত ৰাইজে বিচনি ব্যৱহাৰ কৰিব পাৰে।

অসমৰ ৰঙালী বিহুৰ সময়তে 'পয়চাংকেন উৎসৱ' পালন কৰা হয় বাবে উভয়ৰ মাজত এক নিবিড় সাংস্কৃতিক সমন্বয় গঢ়ি উঠিছে। সেয়ে তাই বৌদ্ধসকলে বহু বছৰৰ আগৰ পৰা ৰঙালী বিহুক জাতীয় উৎসৱ হিচাপে পালন কৰি আহিছে। বিহুত হুঁচৰি গোৱাৰ দৰে 'পয়চাংকেন উৎসৱ'ৰ শেষত তাই বৌদ্ধ জনগোষ্ঠীৰ লোকসকলৰ মাজত তাই বিহু হুঁচৰি, পিতৃ-মাতৃ আৰু বয়োজ্যেষ্ঠ লোকসকলক নতুন বছৰৰ উপলক্ষে সেৱা-সৎকাৰ কৰা, খোৱা-বোৱা (পিঠা, জলপান আদি), ফুৰা চকা কৰা আদি প্ৰথাও আছে। তাৰোপৰি, 'পয়চাংকেন উৎসৱ' পালনৰ উপলক্ষে তাই লোকগীত, নৃত্য আদিৰো আয়োজন কৰা হয়।

উল্লেখযোগ্য যে 'পয়চাংকেন উৎসৱ' অসম আৰু উত্তৰ-পূব ভাৰতৰ তাই বৌদ্ধসকলৰ বাহিৰেও দক্ষিণ-পূব এচিয়াৰ তাই অধ্যুষিত দেশসমূহৰ আৰু বিশ্বৰ বিভিন্ন দেশত ভিন ভিন নামেৰে একে সময়তে আৰু একে পৰম্পৰা আৰু ৰীতি-নীতি অনুসৰি পালন কৰা হয়। সেয়ে এই উৎসৱ পালনৰ জৰিয়তে এক ৰাষ্ট্ৰীয় আৰু আন্তৰ্জাতিক সাংস্কৃতিক সমন্বয় গঢ়ি উঠিছে আৰু এই সমন্বয়ৰ জৰিয়তে আমাৰ ওচৰ-চুবুৰীয়া দেশসমূহৰ উপৰিও বিশ্বৰ অন্যান্য দেশসমূহৰ লগত সাংস্কৃতিক ঐক্য স্থাপিত হৈছে।

# চাহ জনজাতিসকলৰ বসন্ত উৎসৱ

শ্ৰীসুশীল কুৰ্মী

সংস্কাৰৰ পৰা সংস্কৃতি শব্দৰ উৎপত্তি বুলি ক'ব পাৰি। সমাজত চলি অহা ৰীতি-নীতিবোৰ প্ৰকৃতি, পৰিবেশ আৰু যুগৰ লগত সামঞ্জস্য ৰাখি সংস্কাৰ কৰাৰ পৰা সংস্কৃতি নাম পায়। সমাজ বান্ধোনৰ মাজত থাকি জন্মৰ পৰা মৃত্যুলৈকে এজন মানুহে যি ৰীতি-নীতি মানিব লগা হয়, যি হাঁহি-কান্দোনৰ মাজেৰে যাব লগা হয়, যি সাজ-পোছাক পিন্ধি কৃষ্টিৰ উৎস স্বৰূপ পথাৰত বাদ্য-যন্ত্ৰ সহ নৃত্য-গীত প্ৰদৰ্শন কৰিব লগা হয়, সেই সকলোবোৰ মিলিয়েই হয় সংস্কৃতি। সংস্কৃতিয়ে দিয়ে জাতিৰ পৰিচয়। সংস্কৃতিয়ে দিয়ে সমাজৰ পৰিচয়। সংস্কৃতি হৈছে জাতি আৰু সমাজৰ দাপোণ স্বৰূপ। ই এটা জাতিৰ পৰিচয় ডাঙি ধৰাৰ লগতে বহু জাতি সম্বলিত এখন সমাজৰ পৰিচয়ো দাঙি ধৰে। এটা জাতি বা এখন সমাজক বুজিবলৈ বা চিনি পাবলৈ সংস্কৃতিয়ে যিদৰে সহায় কৰিব পাৰে অন্য একোৱে তেনেদৰে সহায় কৰিব নোৱাৰে।

বুৰঞ্জীয়ে স্মৰণ কৰিব পৰা যুগৰে পৰা সময় সাপেক্ষে ভাৰতীয় সংস্কৃতি সংস্কাৰৰ মাজেৰে পৰিবৰ্তিত হৈ আহিছে। চাহ জনজাতিৰ সংস্কৃতি তাৰ ব্যতিক্ৰম নহয়। অসমৰ হাৱা-পানীৰ মাজত থকা চাহ বাগিচাৰ সংমিশ্ৰিত সংস্কৃতিত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ পৰিছে। যাৰ ফলত দুয়োটা সংস্কৃতি অজানিতভাৱে দুয়ো দুয়োৰে ওচৰ চাপি যাবলৈ বাধ্য হৈছে—সংশ্লেষণ প্ৰক্ৰিয়াৰ সংযোগত। বহাগ বিহুত গো-সেৱা কৰা আৰু হুঁচৰি-গোৱা যিদৰে

অসমীয়া সমাজৰ সংস্কৃতি ঠিক সেইদৰে 'সঁহৰাই-পৰৱ'ত গো-সেৱা আৰু হুঁচৰিৰ দৰে 'জাহলী-গীত' গোৱাটো চাহ জনজাতি সমাজৰ সংস্কৃতি। হুঁচৰিত আছে—"দেউতাৰ পদূলিত গোন্ধাইছে মাধুৰী/ কেতেকী মলে মলাই ঐ গোবিন্দাই ৰাম।" ঠিক সেইদৰে 'জাহলী-গীত'ত আছে: "ফালানাকে ঘৰে ভালা তুলসীকা পিন্ডা হো/ওপৰে যে উড়ে হাঁসা ৰাজা ৰে" দুয়োটা গীতৰে ভাবাৰ্থ একেই। বহাগ বিহুত অসমীয়া সমাজৰ দ্বাৰা আঁহতৰ তলত নৃত্য-গীত অনুষ্ঠিত হোৱাৰ দৰে 'কৰম-পৰৱ'ত চাহ-জনজাতি সমাজৰদ্বাৰা কৰম গছৰ তলত নৃত্য-গীত অনুষ্ঠিত হয়। কৃষি উৎসৱৰ লগত দুয়োটাৰে সম্বন্ধ লক্ষ্য কৰিব পাৰি। বিহুৰ প্ৰভাৱ চাহ-সংস্কৃতিৰ ওপৰত পৰিছে বাবে চাহ জনজাতি সমাজে তেওঁলোকৰ প্ৰিয় লোকগীত ঝুমইৰ গীতত গাইছে। এইবুলি—

"আসাম দেশেৰ বৈশাখ বিহু কৰম-পূজাৰ সমান ৰে
সৃষ্টিৰ কথা আছে গাঁথা দুনুতে সমান ৰে— ।"

আলোচ্য বিষয়ৰ প্ৰতি লক্ষ্য ৰাখি বসন্ত কালত চাহ জনজাতি সমাজে উদ্‌যাপন কৰা অন্যতম প্ৰধান উৎসৱ হিচাপে চৈত পৰৱৰ কথা ক'ব পৰা যায়। এই পৰৱক চাহ জনজাতি সমাজে এক স্বকীয় ৰূপত পালন কৰে। চ'ত মাহৰ শেষৰ দিনাৰ পৰা এই পৰৱ আৰম্ভ হোৱাৰ কাৰণে ইয়াক "চৈত-পৰৱ" বোলে। চৈত পৰৱক 'চড়ক-পূজা' বুলিও কোৱা হয়। 'চড়ক-পূজা'ৰ পৰম্পৰা পশ্চিমবংগত দূৰ অতীতৰ পৰা চলি থকাৰ কাৰণে তাৰ পুৰুলীয়া আদি জিলাৰ পৰা অহা চাহ জনজাতি সমাজৰ লোকসকলৰ মাজত ইয়াৰ প্ৰভাৱৰ গভীৰতা অতিকে ব্যাপক। এই পূজা পালনত সকলো ফালৰ পৰা তেওঁলোকেই সক্ৰিয় ভূমিকা গ্ৰহণ কৰে। আগভাগ ল'লেও সামূহিক-ভাৱে পতা হয় কাৰণে চাহ জনজাতি সমাজৰ মাজত থকা আন জাতি গোষ্ঠীৰ লোক সকলেও সমানে অংশ গ্ৰহণ কৰে। অসমৰ সকলো ঠাইতে এই পূজা বা পৰৱ পালন কৰা নহয়। ইয়াৰ কৰণীয় বিধি

বিধান কঠিন হোৱাৰ কাৰণে সকলো ঠাইতে পাতিব পৰাতো সম্ভৱপৰ হৈ নুঠে। গতিকে আগৰে পৰা পাতি অহা অসমৰ কেইখনমান ঠাইতহে ই অনুষ্ঠিত হয় আৰু তাতে গৈ চাহ-বাগিচাৰ ৰাইজে যোগ দিয়ে। শোণিতপুৰ জিলাৰ পাভৈ আৰু উজনি অসমৰ মাকুম, সাপেখাটী আদি কেইখনমান ঠাইতহে বিশেষভাৱে চড়কপূজা পতা হয়। সকলো ঠাইতে পতা নহয় বাবে সকলো ঠাইৰ মানুহে এই পূজা-পৰ্বৰ উপভোগ কৰাৰ পৰা বঞ্চিত হৈ আছে। এই পূজাৰ গুৰি বঠা ধৰাজনক 'নায়ক' বোলে। তেৱেঁই পূজাৰ যাবতীয় সকলো কাম পৰিচালনা কৰে। পাভৈ পাঁচআলিৰ ওচৰতে থকা পাভৈ চাহবাগিছাৰ নিচেই কাষতে তেওঁলোকে নিজে স্থাপন কৰা এটা শিৱ মন্দিৰ আছে। পূজাত অংশগ্ৰহণকাৰী চাহ জনজাতি ভক্তসকলে পূজাৰ দুদিন আগৰে পৰা উপবাসে থাকি এই মন্দিৰত শিৱ-মহাদেউৰ উদ্দেশ্যে পূজা-সেৱা আগবঢ়ায়। দোমাহীত অনুষ্ঠিত এই পূজাৰ দিনা পুৱাৰ ভাগত সকলো ভক্তই একেলগে পাভৈ নদীত স্নান কৰে। যিখন কাপোৰ পিন্ধি স্নান কৰে সেইখন কাপোৰ নসলায়। সকলোৱে ভিজা কাপোৰেৰে পাৰত থিয় হয় আৰু নায়ক-জনে "বিশ্বনাথেৰ বিশ্ব বাবাহে" বুলি জয়ধ্বনি দি ভক্তসকলৰ প্ৰত্যেকৰে জিভা, ডিঙি, বুকু আৰু পিঠিত ছাতিৰ তাঁৰৰ সমান মোটা তাঁৰ দুই-তিনিডালকৈ সকলোৱে দেখাকৈ সমবেত ৰাইজৰ আগত বিন্ধি সুমুৱাই দিয়ে। তাঁৰ সোমোৱা ঠাইত লগে লগে অকণমান সেন্দুৰ আৰু ঘিউ দি দিয়ে। ভক্তিৰ কি মহিমা যে, তাঁৰ-বোৰ সুমুৱাই দিওঁতে ভক্তসকলে অলপো দুখ অনুভৱ নকৰে। আনকি তেজ এটোপাও তাঁৰে বিন্ধা অংশৰ পৰা নোলায়। তাৰ-পাছত সকলোকে শাৰী পতাই উল্লেখিত মন্দিৰটোলৈ লৈ যায় আৰু তাত যথাবিহিত পূজা-উপাসনা সম্পাদন কৰে। উজনি অসমৰ মাকুমতো তাৰ দৈনিক বজাৰৰ কাষতে থকা মুকলি ঠাইখনৰ সোঁ-মাজতে এটা ডাঙৰ বাঁহৰ খুটা পোতে। পাভৈত অনুষ্ঠিত হোৱাৰ

দৰে ইয়াতো ভক্ত এজনৰ পিঠিত লোহাৰ জোঙা বিং সদৃশ "আঁকুশ" এটাৰে বিন্ধি দিয়ে। বিন্ধি দিওঁতে সেই ভক্তজনে একো দুখ অনুভৱ নকৰে আৰু বিন্ধি দিয়া ঠাইৰ পৰা তেজো নোলায়। তাৰ-পছত সেই 'আঁকুশ'ত এডাল টান ৰচী বান্ধি সেই খুটাটোত ওলোমাই দিয়ে। প্ৰায় ২০/৩০ মিনিট তেওঁ তলফালে হাত-ভৰি মেলি ছুলি থাকে। সমবেত ৰাইজৰ মাজৰ পৰা যোনে যি পাৰে, ফলমূল ওপৰলৈ দলি মাৰি তেওঁৰ হাতত পৰাকৈ দিয়ে। দলিয়াই দিয়া বস্তুবোৰৰ ভিতৰৰ পৰা তেওঁ যি পাৰে ওপৰতে ধৰি ছুলি ছুলি খায়।

সাপেখাটী ৰেলষ্টেচনৰ পিছফালে থকা পুখুৰীটোৰ কাষতে এখন আহল-বহল মুকলি পথাৰ আছে। পুখুৰীটোত এটা ডাঙৰ শাল-খুটা পেলাই থোৱা আছে। দীঘলে প্ৰায় ৫০ ফুটমান হ'ব। সেই খুটাটো চড়ক-পূজাৰ দিনটোৰ বাহিৰে আনসময়ত পুখুৰীৰ পৰা তোলা নহয়। পূজাৰ দিনা খুটাটো পানীৰ পৰা তুলি কাষতে থকা মুকলি ঠাইত পোতে আৰু মাকুমত কৰাৰ দৰে তাৰ ভক্ত এজনৰ পিঠিত লোহাৰ 'আঁকুশ' এটা সোমাই দি, ৰচীৰে বান্ধি খুটাটোত ওলোমাই দি পূৰ্ণগতিত ঘূৰায়। ঘূৰোঁতে মানুহজনে তললৈ হাত-ভৰি মেলি দিয়ে। ঘূৰি থাকোঁতে সমবেত ৰাইজৰ ফালৰ পৰা তেওঁলৈ ফল-মূল দলিয়াই দিয়ে। কিছুমানে পাৰ চৰাই আদিও দলি মাৰি দিয়া দেখা যায়। তেওঁ পাৰ চৰাইবোৰ ওপৰতে থাপমাৰি ধৰি ফালি-ছিৰি তেজ পান কৰে। পূজা শেষ হোৱাৰ পিছত খুটাটো আগৰ নিচিনাকৈ পুখুৰীটোতে পিছৰ বছৰৰ বাবে পেলাই থৈ আছে। এইদৰে বসন্ত কালত চাহ জনজাতিসকলে পালন কৰে 'চৈত-পৰব' বা 'চড়ক পূজা'।

বসন্ত কালত চাহ জনজাতি সমাজৰ কিছুমান ফৈদে "চাকল-পূজা" পাতে। 'চাকল-পূজা'ত ৯ বিধ শাক-পাচলিৰ আঞ্জা কৰি খোৱাৰ নিয়ম। এই পূজা ছদিন ধৰি চলে। পূজাত মুৰ্গী বলি দিয়ে।

পূজাৰ সময়ত ঘৰবোৰ ফুলেৰে সজোৱা হয়। ফুল বিচাৰি গোটাই মেলি আনি ঘৰে ঘৰে যোগান দিয়াৰ দায়িত্ব ৰাইজে এজনক দি দিয়ে। যোগানৰ দায়িত্ব দিয়াজনক "ফুলধৰীয়া" বোলে। ফুল প্ৰথমে মুখীয়ালৰ ঘৰত দিয়ে। তাৰপিছতহে বাকীবোৰৰ ঘৰত দিয়ে। ফুলধৰীয়াই ফুল দিওঁতে ঘৰৰ গৃহস্থনীয়ে পীৰা এখনৰ ওপৰত এটা থালী থৈ তেওঁৰ ভৰি ধুৱাই দি সন্মান যাচে। সেইদৰে মুখীয়ালজনৰো ভৰি ধুৱাই দিয়া হয়। পৰম্পৰাগত বিশ্বাসমতে ভৰি ধোৱা পানীখিনি ঘৰৰ চালৰ ওপৰত ছটিয়াই দিব লাগে। ভৰি ধোৱা ঠাইতে পিছত নৃত্য-গীত অনুষ্ঠান কৰে। পূজাৰ দিনা দোক-মোকালিতে সকলোৱে গা-পা ধোৱে। ওৰাং, মুণ্ডা, চাওতাল আৰু খেৰীয়া লোকসকলৰ মাজত এইবিধ পূজা বিশেষভাৱে সীমিত। মুণ্ডা আৰু খেৰীয়াসকলে ইয়াক "বেওচাৱলী" বোলে।

বসন্ত কালত কিছুমানে 'সূৰ্য্যাহী-পূজা' পাতে। পাঁচ বছৰ বা বাৰ বছৰৰ অন্তৰে অন্তৰে এই পূজা পতাৰ নিয়ম। সূৰ্য্যোদয়ৰ লগে লগে গা-পা ধুই ঢাক-ঢোল বজাই ঘৰৰ বাহিৰত 'সূৰ্য্যাহী-পূজা' পাতে। পূজাত হাঁহ-ছাগলী বলি দিয়ে। পূজাৰ প্ৰসাদ ঘৰৰ ভিতৰত নিবলৈ দিয়া নহয়। ৰীতি অনুসাৰে ঘট এটাত পানী লৈ গৃহস্থই চোতালৰ এটা মূৰৰ পৰা আন এটা মূৰলৈ খোজ কাঢ়ি যায় আৰু পূজাৰ বেদীৰ ওপৰত ঘটটো স্থাপন কৰে। ভূত-প্ৰেত, মাৰি-মৰক, অপায়-অমংগলৰ পৰা ৰক্ষা পাবলৈ এই পূজা পাতে। পূজাত শক্তিৰ প্ৰতীক হিচাপে সূৰ্য্য দেৱতাৰ আৰাধনা কৰে। পূজাত ঝুপান উঠে। ঝুপান নৃত্যৰ প্ৰসংগত দেও লম্ভাজনে নাচি নাচি অপায়-অমঙ্গল আৰু ইয়াৰ নিৰাকৰণৰ উপায় বিবৰি কয়। উড়িয়া সম্প্ৰদায়ৰ লোকসকলে এই সময়তে দণ্ড-নাচ নাচে। কিছুমানে 'ঝাণ্ডা-নাচ' বোলে। দণ্ড অথবা ঝাণ্ডা লৈ নাচে কাৰণে এই নাচৰ নাম দণ্ড-নাচ বা 'ঝাণ্ডা-নাচ'। ঠায়ে ঠায়ে পূজা-পৰবো পাতে। দহ ফুটমান দীঘল, দুই ফুটমান বহল আৰু দুই ফুটমান দ খাল এটা

খান্দি তাত জুইৰ আঙঠা ভৰাই দিয়ে। সেই জ্বলন্ত আঙঠাৰ ওপৰেদি খালী ভৰিৰে পূজাৰীয়ে খোজ কাঢ়ি পাৰ হয়। জুয়ে ভৰি নোপোৰে। নেদেখিলে বিশ্বাস কৰিব নোৱাৰি। মনোবাঞ্ছা পূৰণ হোৱাৰ কামনা কৰি বহুতে এই পূজাত ভাগ লয়। ই হ'ল অগ্নি-দেৱতাৰ পূজা।

বসন্ত কালত চাহ-জনজাতিসকলে এইদৰে তেওঁলোকৰ পূজা-পৰ্ৱবোৰ পালন কৰে স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰি।

# বৰাক উপত্যকাৰ বসন্তোৎসব

শ্ৰীসুহাগমণি বৰ্মণ

অসমৰ অন্যতম উপত্যকা বৰাক। পূৰ্বে ইয়াক সুৰমা উপত্যকা বোলা হৈছিল। একালত ইয়েই বৰবক্ৰ উপত্যকা আৰু কলংমা উপত্যকা নামেৰে জনাজাত আছিল। ইয়াত ব্ৰহ্মপুত্ৰ উপত্যকাৰ দৰে গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্ত ঋতুৰ পূৰ্ণ পয়োভৰ হয়। তাৰে একো একোটা ঋতুৱে একো একোটা মহাকাব্যৰ গুণ গুণগুণিৰ ধ্বনি-প্ৰতিধ্বনি তোলে।

ইয়াতেই শীতৰ প্ৰকোপৰ অন্তপৰি আহে বসন্তকাল। মৰমৰ ফাগুন-চ'ত। চ'ত সংক্ৰান্তিৰ মহাধ্বনি। শিৰা-উপশিৰা হয় ৰোমাঞ্চিত। বিচু, ভিহু, কালবৈশাখ, বিহু, বহাগ বিহু, চ'ত বিহু, ৰঙৰে ৰঙালী বিহু, বৰদৈচিলাৰ বৰ বৰ পাখীৰে দব্‌দবাই স্বামী আৰু মাকৰ ঘৰলৈ যাতায়তৰ লয়লাস নৃত্যভংগীৰে কৰা ল'ৰা-চাপলি। বসন্তৰ পৰা মহাবসন্তৰ ছন্দে ছন্দে যৌৱনৰ উন্মাদনাই ডেকা-বুঢ়াৰ প্ৰাণত মাদকতা জগাই তোলে। পৰ্বত-ভৈয়াম আনন্দত ৰাঙলী হয় মহাস্পন্দনৰ আতিশয্যত। নৱবিবাহিতা বোৱাৰীৰ-বৌনাচৰ গীত আৰু নৃত্যৰ মাদকতাত যেন ধৰিত্ৰী হয় আনন্দ বিহ্বলা :

সোহাগ চান্দ বদনে ধনি
নাচত দেখি।
বালা নাচত দেখি
বালা নাচত দেখি
সোহাগ চান্দ বদনে ধনি
নাচত দেখি ॥

ইয়াতেই শুনা যায় বৃন্দাবনৰ নটৰাজ শ্ৰীকৃষ্ণৰ পূৰ্ণ লীলাত হোলীসুৰ। হোলীগীত বা ফাকুৱাগীত বা দোল গানৰ তান। ডেকা-গাভৰুৱে নাচিছে, গাইছে, আবিৰেৰে ৰাঙলী হৈছে; পৰ্বত-ভৈয়াম জুৰি আনন্দই আনন্দ। দিনে ৰাতিয়ে শুনা যায়—

(১)

"লাল সৰোবৰ লাল, হইয়াছে আবিৰে লাল।
আমি তোমাৰ মামী বটে ভাগিনা কানাইৰে ॥
নন্দ ঘোষ তোৰ পিতা বটে, আয়ান ঘোষ তোৰ মামাৰে।
আমি তোমাৰ মামী বটে, ভাগিনা কানাইৰে ॥

(২)

ছিঃ ছিঃ লাজ নাই, নিলাজুয়া প্যাৰী।
কোন্ মুখে বল মোৰে ভাগিনা তোমাৰি ॥
আয়ানৰ বিয়াৰকালে, আমি ছিলাম তাৰ কোলে।
পতি বলে ফুলেৰ মালা, দিলে মোৰ গলে।

(৩)

নাকেৰ উপৰে আজ বেশৰ দিব।
প্ৰাণনাথ বন্ধুৰে আজ ৰমণি সাজাব ॥
তোমাকে বানাব নাৰী আমৰা হব বংশীধাৰী।
নাৰী হইয়া মোহন বাঁশী আমৰা বাজাব ॥

মাঘ মাহৰ ভৰ জাৰতো বৈবাহিক কাৰ্য্যৰ বৈধ স্বৈৰাচাৰী জীৱনৰ পাতনিৰ ওৰ নেপেলাই ফাগুনতো চলে তাৰ মেলা। বিয়াৰ জুৰোণত নাৰীকণ্ঠ ধ্বনিত হয় 'পদ্মাপুৰাণ' বা 'ওজা কীৰ্ত্তন'ৰ গীত আৰু গীত ছন্দায়িত হয় নৃত্যৰ সংযোগত:

সনকা বলে শুন সাধুৰে চম্পকেৰ ঈশ্বৰ।
লক্ষ্মীন্দৰেৰ কন্যা জুড় উজানী নগৰ ॥
সনকাৰ কথা শুনি ৰাজা চন্দ্ৰধৰ।
কুল পুৰোহিত ডাকাইলা পণ্ডিত শ্ৰীধৰ ॥

নিবেদন কৰি শুন পণ্ডিত প্ৰবৰ।
শীঘ্ৰ কৰি চল পণ্ডিত উজানী নগৰ॥
আগে চলেন পণ্ডিত শ্ৰীধৰ পাছে চন্দ্ৰধৰ।
শুভলগ্নে যাত্ৰা কৰেন উজানী নগৰ॥
বসিয়াছেন শাহৰাজা সভাৰ ভিতৰ।
তথায় উপস্থিত হইলা ৰাজা চন্দ্ৰধৰ॥
শুন শুন শাহৰাজা কৰি নিবেদন।
জুড়িতে তোমাৰ কন্যা কৰি আগমন॥
কহে ষষ্ঠিবৰ কৰি মনসাৰ বৰ।
লক্ষ্মীন্দৰেৰ কন্যা সাজান উজানী নগৰ॥

তাৰ পিছতেই আহিল তামোল-পাণৰ শৰাইৰ প্ৰস্তুতি। বৰাক উপত্যকাত তামোল এযোৰৰ মান শতলক্ষ কোটি টকাৰ সমান। তাতে সুৰঙা পাই ব্ৰহ্মপুত্ৰ উপত্যাকাৰ দৰে একে কথা-মাতে-কৃষ্টিয়ে সংস্কৃতিৰে অতি পিছপৰা হৈ থকা অভিশাপেৰে পুষ্ট অসমীয়া ভাষী খিলঞ্জীয়া কোনোবা ডেকাই দ্বাৰকাপুৰ, আদৰকোণা, বড়গোল, কৈয়াজানী, গড়ৰভিতৰ, গড়েৰবন্দ, ঝাপিৰবন্দ, হৰিনগৰ, লাৰছিংপাৰ, দেওয়ান, তাৰাপুৰ নাইৰা নাৰায়ণপুৰৰ আমগছৰ ডালত বহি 'চেনাইধনক' সুঁৱৰি সুঁৱৰি গাই থাকে :

কিনো তামোলখনি দিলা মোৰ লাহৰি
দুখনি হাতেৰে ললোঁ।
সেইনো তামোলখনি খাবৰে পৰা মই
তোমাৰ লগত বলিয়া হ'লোঁ॥

বৰাক উপত্যকাত ভেতিয়া বিয়াৰ পাণখিলিৰে বিয়াৰ বন্ধন কটকটীয়া কৰা হয় গীতেৰে :

সখী আইস শীঘ্ৰ কৰি।
শ্ৰীৰামেৰ পাণখিনি আযোধ্যা নগৰী॥

আসিলা সব পুৰবাসী হুইয়া হৰষিত।
বিদ্যাধৰে নৃত্য কৰে সবে গায় গীত॥ ইত্যাদি

বিয়াৰ ঠিকঠাক হ'ল—যথাসময়ত দৰা আৰু কইনাক নোৱাব, যাৰ নাম দিয়া হয় আদ্রিস্নান। আদ্রিস্নানৰ অনুষংগত গোৱা হয়:

আজি হিমালয় পুৰী।
আদ্রিস্নানে বসিলেন গিৰিবালা গৌৰী॥
ধান্য দূৰ্বা তৈল চন্দন অতি যত্ন কৰি।
ৰাখিলেন মঙ্গল ঘটবাৰি পূৰ্ণ কৰি॥

এনেদৰে অধিবাসৰ সুন্দাৰ গান গাই বিয়াৰ মাঙ্গলিক কাৰ্য্য সমাপন কৰি নানা ৰং-ধেমালি, আনন্দ-বিষাদৰ মিশ্রণত বসন্তৰ ছন্দে ছন্দে দুই প্ৰাণীৰ মিলন ঘটোৱা হয় এখন ৰভা তলত, এই ৰভাখনক কোৱা হয় কুঞ্জ। তাৰ পিছত বসন্তৰ বা-মাৰলিৰে ৰচনা কৰা হয় ফুল শয্যা, তলৰ গীত ফাকিৰে:

তোৰা চল সখিগণ।
বাসৰ সাজাইব আজি নিকুঞ্জ ভবন॥
সোণাৰ পালঙ্কেৰ উপৰ বিছানা পাতিলা।
সুগন্ধ ফুলেৰ মালায় চৌদিক ঘেৰিলা॥
ৰঙ্গীন বিছানাৰ উপৰ বসে বংশীধাৰী।
বামে লয়ে বিধুমুখী কি শোভা যে হায় মৰি॥ ইত্যাদি

তাৰ পিছতেই এদিন বসন্তৰ বা-মাৰলিত ফুলৰ পৰা ফল হয়। সন্তানৰূপী ফলৰ পৰা তাহানিৰ অতীতক সুঁৱৰি নাৰীসকলে 'ৰূপসী পূজা' কৰে গীতৰ তালে তালে:

"বাজেৰে মঙ্গল ধ্বনি অতি সুমধুৰ।
কৌশল্যা কৰেন পূজা দেবী ৰূপসীৰ॥
ঢাক ঢোল কাঁসী ঘণ্টা কত বাদ্য বাজে।
নাৰীগণে কৰে গান সাজি নানা সাজে॥" ইত্যাদি

এই সময়ত বৰাক উপত্যকাত ধ্বনিত হয় ব্ৰহ্মপুত্ৰ উপত্যকাৰ হুঁচৰি আৰু বিহুগীত। যেনে :

"হুঁচৰি এ চ'ত
আমি যে ওলালোঁ য'ত
দুবৰি নগজে ত'ত।
ন ঘৰ ঐ পুৰণি কামি
হুঁচৰি গাবলৈ আহিছোঁ আমি।
ৰংপুৰৰ ৰঙামণি
পিন্ধাই দিয়া সৰু ভনী
বিহু মাৰিবলৈ যাওঁ ঐ গোবিন্দাই ৰাম।
কৃষ্ণাইৰ মূৰতে বকুল ফুল এপাহি
নিয়ৰ পাই মুকলি হ'ল ঐ গোবিন্দাই ৰাম ॥

এইদৰেই গৰু বিহু, মানুহ বিহু, মুকলি বিহু, ন শাকি, সাত শাকি আদিৰ লগত পাণ, তামোল, গামোছা আদিৰে মাননি ধৰা হয়। এই প্ৰসংগত উদাত্ত কণ্ঠেৰে গোৱা শুনা যায় :

বিহুৰে বিৰিণা পাত ঐ মইনা
বিহুৰে বিৰিণা পাত।
বিহু থাকে মানে বিহুকে বিনাবা
বিহু গ'লে বিনাবা কাক ॥

এই উপত্যকাতেই বুচুৰ সময়ত ডিমাছাৰ খোলৰ বোলে আকাশ-বতাহ তাল মাৰি ধৰে। খোল বা গ্ৰামত মাত উঠে :

তাও তাও খ্ৰি-খ্ৰি তাও
তাও তাও খ্ৰি-খ্ৰি তাও
তাত তা খিতি তাও, খিতাও ॥
তাধে নিতা খিতি তাও
তাধে নিতা খিতি তাও
তাধি ধিন তাধি দিন
তাখি নিতা খিতি তাও ॥

বসন্তৰ বা লাগি গছ-লতাৰ মিতিৰালিৰ দৰে ইয়াতো চলে সখি পতাৰ ধুমধাম, মহা আয়োজন। ধামাইল নৃত্যৰে নাৰী-পুৰুষে বসন্তৰ ধ্বজা উকৰায়। লগতে সৃষ্টিশীল নৃত্যৰে গাঁও-চহৰ মুখৰিত হয় বসন্তৰ জোঁৱাৰ। বৰাকৰ নদী-উপনদীক গঙ্গানদী ৰূপে জ্ঞান কৰি বিশেষকৈ পানীকে গঙ্গাদেৱী ভাবি বাৰুণী তিথিত গংগা স্নান উদ্‌যাপিত হয়। ইয়াৰ সকলো ঠাইৰ নদীত স্নান কৰিলেও বৰাক নদীত স্নান কৰাটোৰ ওপৰতহে অধিক গুৰুত্ব দিয়া হয়। এই প্ৰসংগত বদৰপুৰ আৰু পাঁচগ্ৰামৰ নিচেই ওচৰতে অৱস্থিত সিদ্ধেশ্বৰত 'বাৰুণী-মেলা' বহে। বাৰুণীকৃত্যৰ অনুষংগত তৰ্পণ, দান আদি কৰা হয়। এই কৃত্যৰ সন্দৰ্ভত অনুষ্ঠিত মেলাত বিভিন্নজনৰ লগত আদান-প্ৰদান কৰাৰ সুবিধা হয়। 'বাৰুণী মেলা'ৰ অনুষংগত দৈ আৰু গুড়েৰে চিৰা খোৱা পৰম্পৰা বৰ্তমান। বাস্থু ডেমেৰ ছলেৰে মিজো আৰু ৰাংখলসকলে প্ৰেম-প্ৰণয়ৰ জয়গান গায়। বাইডিমাৰে ডিমাছাসকলে আনন্দ উপভোগ কৰে। ঝুমুৰ আদি নৃত্য-গীতেৰে চাহ-বাগিচা হয় মুখৰিত। ডিমাছাসকলে প্ৰায় ১·৭৫ মিটাৰ দীঘল বাঁহী (মুড়ি বা মড়ি) বজায় নিৰবচ্ছিন্নভাৱে :

"অৰ অথেন থৰ
থল অৰথেন অৰথেন
অৰ অথেন থৰৰ
অৰ অথেন থৰ
থেনৰে অথেন্ থৰৰ
থৰ থৰ থৰ
থে-ৰে ইয়ান্ থেন।" ইত্যাদি

লগে লগে গ্ৰামত বোল উঠে :

'টাং কিন টাং কিন্ টাং
টাং টাং

টাং কিন্‌ট্যাং-কিন্‌টাং
টাং টাং।' ইত্যাদি

গ্ৰাম ডিবঙেয়েও বোল দিব :

'জাং খিৰিম্-জাং
খ্ৰিম জাং খ্ৰিম জাং
জাং খ্ৰিৰিম্ জাং।' ইত্যাদি

নামনি অসমৰ ঠাই বিশেষে চলা হৰ-পাৰ্বতীৰ গীতৰ দৰে বৰাক উপত্যকাত বসন্তকালত অনুষ্ঠিত হয় মহাদেৱৰ তাণ্ডৱ নৃত্য। চ'তৰ সমাপ্তিত পিঠিত বৰশী সুমুৱাই চড়ক পূজা পাতে আৰু হৰ-পাৰ্বতীৰ নৃত্য-গীতেৰে এই পূজাৰ সামৰণি মৰা হয়। গাঁৱে গাঁৱে মহাদেৱক ত্ৰিনাথ বুলি নামকৰণ কৰি ত্ৰিনাথৰ সেৱা-পূজা কৰা হয় এইদৰে :

'ভাং খাইয়া বিভোৰ হইয়া
নাচে ভোলানাথ।' ইত্যাদি

নাইবা

ভাং খেয়ে বিভোৰ ভোলানাথ
ভূতগণ সঙ্গে নাচিছে।
ভূতগণ সঙ্গে নাচিছেৰে, প্ৰেতগণ সঙ্গে নাচিছে ॥
( ভাং খেয়ে বিভোৰ ভোলানাথ ভূতগণ সঙ্গে নাচিছে। )
শিবেৰ ললাটে শোভিছে দেবী মন্দাকিনী।
বামেতে শোভিছে দেবী কাত্যায়নী ॥
( ভাং খেয়ে বিভোৰ ভোলানাথ, ভূতগণ সঙ্গে নাচিছে ॥ )
ঐ ব্যাঘ্ৰ চৰ্ম পৰিধান ঐ খসিয়া পড়িছে ॥
শিবেৰ কৰ্ণেতে শোভিছে ধুতুৰাৰ ফুল।
ধুতুৰা ৰনেতে আখি তলমল ॥
সদায় হৰি হৰি বলে, মধুৰ ডম্বৰু বাজিছে ॥' ইত্যাদি

গছ-লতা.তৃণ আদি সকলোতে বসন্তৰ বা লাগি বৰাক উপত্যকাৰ

আকাশে-বতাহে মধুৰ ধ্বনিৰে অমৃতময় সুগন্ধি বায়ু প্ৰবাহিত হয়। কোনোবাই আনন্দত গায় :

'ৰসেৰ মিলন ৰে ।
ৰসৰাজ ৰঙ্গিণীৰ সনে,
দুহু দোহা দৰশনে,
প্ৰেম আলাপনে আজ মিলনৰে ॥
বামে শোভে বিনোদিনী পূৰ্ণ চন্দ্ৰ নিবাসিনী ।
দক্ষিণে দাঁড়াইলা শ্যাম ত্ৰিভঙ্গ ভঙ্গিমে ।
ওগো নীলমণি শোভিত যেমন জড়িত কাঞ্চনে ॥' ইত্যাদি

কোনোবাই গায় :

'নিবেদন কৰি বন্ধুৰে তোমাৰি চৰণে ।
আমি যে অভাগিনী নাথ দুঃখী আছি মনে ॥
অহল্যা দ্ৰৌপদী কুন্তী মন্দোদৰী তাৰা ।
তোমাৰে ভজনা কৰি সতী হইয়া তাৰা' ॥ ইত্যাদি

বৰাক উপত্যকাত বসন্তকালত অনুষ্ঠিত হয় বাসন্তী পূজা। গীতেৰে তাৰ বৰ্ণনা কৰা হয় এইদৰে :

"দেখ দেখ ওগো সখি অযোধ্যা নগৰে ।
সুৰথ ৰাজা সাড়ম্বৰে পূজে অম্বিকাৰে ॥" ইত্যাদি

বহাগ বিহুৰ দিনা বৰাক উপত্যকাৰ সকলো নামঘৰত ভকতসকলৰ সমাবেশ হয়। শ্ৰীমন্ত শংকৰদেৱে দিয়া শিক্ষাৰে নামঘৰত কীৰ্তনৰ ৰব উঠে, ইয়াত জাতি-বৰ্ণ-ধৰ্মৰ পাৰ্থক্য নাথাকে :

শংকৰ গুৰু আমাৰে জগত গুৰু আমাৰে
লুকাই আছা দেখা নেদা
মণিকূটৰ ভিতৰে ॥
ৰাম নাম নলৈলোঁ হৰি নভজিলোঁ
কি কাম কৰিলোঁ
আমি হে ৰাম ৰাম ॥ ইত্যাদি

বৰাক উপত্যকাৰ স্থান বিশেষে ব'হাগ বিহুৰ অনুষংগত পুতলা বিয়া পতা হৈছিল। দৰঙৰ অঞ্চল বিশেষত ৭ বিহুত (অৰ্থাৎ ৬ ব'হাগত) পুতলা বিয়া পতা পৰম্পৰা বৰ্তমানো প্ৰচলিত।*

এই উপত্যকাত আছে হিন্দু, মুছলমান, খৃষ্টান, জৈন আদি নানা ধৰ্মৰ, নানা সম্প্ৰদায়ৰ, নানা কৃষ্টি-সংস্কৃতিৰে বৰ্ণাঢ্য নানা জাতি-উপজাতি। তেওঁলোকে বসন্ত উৎসৱ পালন কৰি শান্তিৰে জীৱন নিৰ্বাহ কৰিবলৈ শিকে। বসন্তৰ চিৰআনন্দত বৰাকবাসীয়ে আনন্দ আৰু শান্তিৰে বসবাস কৰি থকাটো শুভলক্ষণ বুলি ক'ব পাৰি।

---

* সম্পাদক

## গ. নির্বাচিত গ্রন্থপঞ্জী

### অসমীয়া/বঙলা


কাগয়ুং, ভৃগুমুনি [ সম্পা. ] : মিচিং সংস্কৃতিৰ আলেখ্য, গুৱাহাটী, ১৯৮৯

গগৈ, লোকেশ্বৰ : তিৱা সংস্কৃতিৰ ৰূপৰেখা, নগাঁও, ১৯৮৬

গোস্বামী, প্ৰফুল্লদত্ত [ সম্পা. ] : অসমীয়া জনসাহিত্য, গুৱাহাটী, ১৯৮৬

( — ) [ সম্পা. ] : বাৰ মাহৰ তেৰ গীত, দিল্লী, ১৯৬২

( — ) [ সম্পা. ] : ব'হাগ বিহুৰ বাৰেবৰণীয়া ছবি, গুৱাহাটী, ১৯৭৫

গোস্বামী, যতীন : "কামৰূপৰ সাত বিহুৰ উৎসৱ" ( ব'হাগ বিহুৰ বাৰেবৰণীয়া ছবি, প্ৰফুল্লদত্ত গোস্বামী সম্পাদিত )

টাকি, টাংগাং : "আবৰ সকলৰ বিহু" ( উছৱৰ ৰং চ'ৰা, অতুলচন্দ্ৰ হাজৰিকা সম্পাদিত )

দত্ত, বীৰেন্দ্ৰনাথ : "গোৱালপাৰাৰ বিহু" ( ব'হাগ বিহুৰ বাৰেবৰণীয়া ছবি, প্ৰফুল্লদত্ত গোস্বামী সম্পাদিত )

দাস, প্ৰবীণ চন্দ্ৰ : "হাজোৰ দৌল আৰু মদনোৎসৱ" ( ব'হাগ বিহুৰ বাৰেবৰণীয়া ছবি, প্ৰফুল্লদত্ত গোস্বামী সম্পাদিত )

নাথ, ৰাজমোহন : অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ অভিভাষণ, তিনিচুকীয়া অধিবেশন, ১৯৫৮

পাতুন, নাহেন্দ্ৰ : "মিচিং লোকসাহিত্য" ( মিচিং সংস্কৃতিৰ আলেখ্য, ভৃগুমুনি কাগয়ুং সম্পাদিত )

পামেগাম, তৰুণ চন্দ্ৰ : "আলিয়াই লিগাং" ( মিচিং সংস্কৃতিৰ আলেখ্য, ভৃগুমুনি কাগয়ুং সম্পাদিত )

ফুকন, হেমন্ত কুমাৰ ( সম্পা. ) : ৰাজেন ৰাভাৰ প্ৰবন্ধ কুঞ্জ

বৰুৱা, নগেন্দ্ৰ নাথ : ডিমাছাসকলৰ গীত-মাত, গুৱাহাটী, ১৯৮২

ভট্টাচাৰ্য্য, প্ৰমোদচন্দ্ৰ ( সম্পা. ) অসমৰ জনজাতি, যোৰহাট, ১৯৬২

ৰাভা, পূৰ্ণচন্দ্ৰ : "পাৰোবাঁহ ( জনশিক্ষা, ২৩ সংখ্যা )

ৰাভা, প্ৰবীণ কুমাৰ ( সম্পা. ) দেৱ-দেৱী আৰু ৰাভা সমাজ, বন্দাপাৰা, ১৯৮১

ৰাভা, মণিৰাম : "ৰাভা সংস্কৃতিৰ ধাৰা" ( অপ্ৰকাশিত প্ৰবন্ধ )

ৰেগন, তুৰ্গা : "আলিয়াই লিগাং : ইয়াৰ বৈশিষ্ট্য" ( মিচিং সংস্কৃতিৰ আলেখ্য, ভৃগুমুনি কাগয়ুং সম্পাদিত )

সাইতুৰ, মোহাম্মদ ( সম্পা. ): লোকসাহিত্য সংকলন : আনুষ্ঠানিক গীত, বাংলা একাডেমী, ঢাকা, ১৯৮৫

হাজৰিকা, অতুলচন্দ্ৰ ( সম্পা. ): উছৱৰ ৰং চ'ৰা, শ্বিলং, ১৯৬৩

হাজং, পৰেশ চন্দ্ৰ : বাঁহ-পূজাৰ গীত" ( মহাজাতি, ১৯।৩।৬৯ )

## ENGLISH

Bhattacharyya, N. N.: *History of Indian Erotic Literature*, New Delhi, 1975

Crooke, W.: *Folklore of Northern India*, Delhi, 1978

Durkheim, Emile.: *The Elementary Forms of the Religious Life*, New York, 1915

Endle, Rev. Sidney.: *The Kacharis*, Delhi, 1975

Gennep, A. Van.: *The Rites of Passage*, The University of Chicago Press, 1960

Goswami, P.: *Bohag' Bihu of Assam and Bihu Songs*. Guwahati, 1988

(—): *The Springtime Bihu of Assam*, Gauhati, 1966

Herkovits, H. J.: *Cultural Anthropology*, New Delhi, 1974

Honigmann, John, J.: *Understanding Culture*, New Delhi, 1967

Lapiere, R. T.: *Sociology*, New York, 1946

Lewin, T. H.: *Wild Races of South-Eastern India*, 1870

Lewis, Oscar.: *Village Life of Northern India*, University of Illinois Press, 1958

Malefijt, A. De. Waal.: *Religion and Culture*, London, 1969

Malinowski, B.: *Myth in Primitive Psychology*, New York, 1926

Mipun, J.: "Acculturation, Communication and Development in a Mishing Village" in *North-East India: A Sociological Study*, ed. S. M. Dubey, Delhi

Pegu, N. C. : *The Miris or the Mishings of the Brahmaputra Valley*, Guwahati, 1956

Sarma, N. C. : *Essays on the Folklore of North-Eastern India*, Guwahati, 1988

Smith, J. Robert. : *"Festivals and Celebrations"* in *Folklore and Folklife*, Chicago, 1972

Srivastava, S. L. : *Folk-Culture and Oral Tradition*, New Delhi, 1974

Wilkins, E. J. : *An Introduction to Sociology*, Estover, Plymouth, 1978

## ঘ. সংবাদদাতা/দাত্ৰী

শ্ৰীবৈকুণ্ঠ নাৰায়ণ গোস্বামী (৬৫), গোবিন্দপুৰ সত্ৰ, বজালী, বৰপেটা

শ্ৰীধৰম কলিতা (৭৫), বৰভালা, বজালী, বৰপেটা

শ্ৰীৰামচন্দ্ৰ কলিতা (৭২), হৰিপুৰ, বজালী, বৰপেটা

শ্ৰীমতী যাদৱী কলিতা (৫০), বাঘমাৰা, কঠলমুৰি, বৰপেটা

শ্ৰীমতী কমলা দাস (৬০), বাঘমাৰা, কঠলমুৰি, বৰপেটা

শ্ৰীবিদ্যাৰাম শৰ্মা (৬৪), গোবিন্দধাম, ছিপাঝাৰ, দৰং

ড° উমেশ ডেকা (৪০), গুৱাহাটী বিশ্ববিদ্যালয়, গুৱাহাটী

# ৬. নিৰ্ঘণ্ট

খ

## ঝ

ত



থ

## প

### ভ